# কথা নামঘোষা

ৰামচন্দ্ৰ চুতীয়া



**Katha-Naam-Ghosa** : a book on Naam ghosa written by Ramchanada Chutia, a senior teacher, English Govt.H.S.School, Kamba of Arunachal Pradesh, published by Naba Kalita on behalf of Kiran Prakashan, Dhemaji Chariali - 787057

First Edition- 2007 Price Rs. 60.00

প্ৰকাশক : শ্ৰীনব কলিতা
ডি.কে. মাৰ্কেট কম্প্লেক্স
ধেমাজি চাৰিআলি - ৭৮৭০৫৭
ফোন : ২২৪২৮৮/৯৪৩৫০৮৮৬০৪(ম)

ডি.টি.পি : পৰাগ গগৈ

মূল্য : ৬০ টকা

মুদ্ৰণ : ধেমাজি অফ্‌চেট প্ৰিণ্টাৰ্চ
ৰতনপুৰ ধেমাজি
ফোন : ২২৪২৮৮/৯৪৩৫০৮৮৬০৪ (ম)

# উৰ্ছগা

আমাৰ পৰম শ্ৰদ্ধেয় ককা

স্বৰ্গীয় কাশীনাথ দেৱৰ পবিত্ৰ[redacted]ত

—লিখক

# পাতনি....

নামঘোষা এখনি অমূল্য গ্ৰন্থ। অসমীয়া সমাজত ইয়াৰ সমাদৰ দেখিলে আচৰিত মানিব লাগে। হিন্দু ভক্ত-বৃন্দৰ উপৰিও উদা[illegible]না প্ৰতিজন অসমীয়াৰে ই উমৈহতীয়া সম্পত্তি। মাধৱদেৱৰ সময়ৰ সমাজৰ উত্তৰোত্তৰ কামনা কৰা এই ধৰ্মীয় গ্ৰন্থখনে বিপুলভাৱে সমাজ সংস্কাৰতো হস্তক্ষেপ কৰিছিল। বহুধা বিভক্ত ধৰ্ম প্ৰাণসকলক ধৰ্মীয় উপদেশেৰে এক নাম ল'বলৈ আৰু নিকা কৰ্মলৈ আকুল আহ্বান জনাইছে। এই আহ্বান যি সকলে শুনিলে আৰু এতিয়াও শুনি আছে যিসকলক নিশ্চয়কৈ পৰম উপকৃত কৰিছে। অসমীয়া মানুহে উঠোতে কৃষ্ণ, বহোতে কৃষ্ণ, এজনক লগ পাওঁতে কৃষ্ণ, শনি মন্দিৰ বা দুৰ্গা মন্দিৰ বা গীৰ্জা বা মছজিদত সোমালেও-বৈষ্ণৱসকলৰ কথা কৈছো, কৃষ্ণ বুলি যে কয় ইয়াৰ কৃতিত্ব কেৱল গুৰু জনাই পাব নোৱাৰে, মাধৱদেৱেও [illegible]।

নামঘোষাৰ পদবোৰ আমি আজৰি পৰত গাই পৰম তৃপ্তি পাওঁ। অধৰ্মীৰ দৰে দিনৰ ভাত মুঠি ধৰি বিচনাত বাগৰ সলাওঁতে আমাৰ এই কাম সম্পন্ন হয়। এনেকৈ পদ গাই থকাৰ পৰত এদিন হঠাৎ এছাটি পোহৰ আহি আমাৰ মগজুত সোমাল। আমাৰ 'কথা-গীতা'ৰ দৰে কথা-নাম-ঘোষা' হাত পুথি এখন লিখিলে আমাৰ দৰে মানুহৰ বাবে যে এটি ভাল কাম কৰা হ'ব তাত পতিয়ন গ'লো। বিচনাৰ পৰা উঠি ততালিকে কাগজ কলম লৈ এই বছৰৰ চেপ্তেম্বৰ মাহৰ দহ তাৰিখে কামত হাত দিলো। কামত যি হাত দিলো তাক আৰু ত্যাগ কৰা নহ'ল। একুৰি তিনিদিনৰ পাছত 'অপৈণত' কামটো সম্পূৰ্ণ হৈ উঠিল। অপৈণত বোলাৰ

অৰ্থ হ'ল 'নামঘোষা'ৰ ভাষ্য বা আলোচনা-সমালোচনাত কতোৱেই এদিনো অংশ গ্ৰহণ নকৰাকৈ অৰুণাচলত তিনিটা দশক অতিবাহিত কৰিলো। তেনেস্থলত শিশুকালৰ সীমিত জ্ঞানেৰে কামটোত হাত দি ক'ৰবাত ক'ৰবাত দায় লগাবও পাৰো। পৰম জ্ঞানীসকলে আমাক 'কেঁচা-অধম' বুলি মাৰ্জনা কৰি আপোনাৰ গুণেৰে আলোকিত কৰিব বুলি আশা কৰিলো।

গুৰু-শিষ্যই যে আমাক তাহানিতে ক'লে, ভগৱান এক, তেওঁৰ আবাস স্থল হৃদয় মন্দিৰ তাকে আমি আজীৱন বেদৰ বাক্য বুলি মানি আহিছো। সুধী বৃন্দইও তাকে মানক, এয়ে আমাৰ আশা। অপ্ৰাসঙ্গিক যেন লগা কথা এটা কওঁ — আমাৰ অসমীয়া মানুহে গোড়া-হিন্দুবাদ কৰাৰ কোনো প্ৰয়োজন নাই। তেনে মনোভাবে আমাক এক কৰাতিকৈ বিভক্তহে কৰিব। আমি বুজিব পৰা হোৱাৰ দিন ধৰি কৈ আহিছো যে আমাৰ মত নিমিলিলেও, ধানটোৱে প্ৰতি কণটো মানুহটোৱে প্ৰতি মনটো হয়েই; পৰস্পৰ প্ৰতি ঘৃণাৰ ভাব পৰিহাৰ কৰা উচিত। গাঁৱবোৰত খোৱা-নোখোৱা ভেদাভেদ ভাববোৰ দেখিলে আমাৰ গাৰ নোম শিয়ৰি উঠে। ই সভ্য জগতৰ সুলক্ষণ নহয়। প্ৰত্যেকেই প্ৰত্যেকৰ ঘৰত খাওক, পূজা-পাৰ্বন, বিয়া-সবাহত অংশ গ্ৰহণ কৰক ; মনে নামানিলে হোটেলৰ চাহ-জলপান বুলি গ্ৰহণ কৰক — কাকো একো দোষে নুচুৱে। এতিয়াতো যুগ পৰিবৰ্তন হ'ল — প্ৰায় সকলোৰে মাজৰ পৰা আন্ধাৰবোৰ আঁতৰি গ'ল। ক'ৰবাত অকণমান আছে যদি সি কাকো নৰকলৈ নাটানে। আপোনাৰ পাপ আপোনাৰ লগতহে থাকে। আমি অন্য ধৰ্মৰ নীতি নিয়ম শ্ৰদ্ধা কৰাৰ দৰেই আপোনাৰ মাজৰ বিভিন্ন গোটসমূহৰ

'ধৰ্ম' বোৰকো সন্মান প্ৰদৰ্শন কৰিলে — কেতিয়াও অধৰ্ম কৰা নহ'ব। পাপটো নহয়েই পৰস্পৰক সন্মান প্ৰদৰ্শন কৰিলে গুৰুজনাৰ উপদেশ আদেশ পালন কৰি মিলনৰ মঞ্চ গঢ়িব পৰা যাব। আৰু তেনে কৰিব পাৰিলেই আমাৰ জীৱন সাৰ্থক হ'ব।

'কথা-নাম-ঘোষা' আমাৰ একো মৌলিক ৰচনা নহয়। এই কামৰ বাবে আমাৰ প্ৰাপ্য একো নাই । ভুল ভ্ৰান্তিৰ বাবে অৱশ্যেই অভাজন ক্ষমাপ্ৰাপ্য। কথা শিকিবলগীয়া সময়খিনিত পাহাৰৰ শিখৰে শিখৰে বগাওঁতেই গ'ল। ধৰ্ম সম্পৰ্কীয় একো এটা কথা শিকা নহ'ল। যি কৰা হৈছে সি মনৰ উৎসাহতে সম্ভৱ হৈছে। ভাবিলো অসমীয়া ভাষাৰ এনেধৰণৰো কিতাপ এখন হওক। অসমীয়া ভাষা প্ৰেমীৰ বাবে সেয়াই বহুত বুলি ভাবিলো। বিজ্ঞজনে আমাক পথ নিৰ্দশন কৰিলে আমি উপকৃত হ'ম। পাঠকসমাজে সামান্যতমো লাভবান হ'লে আমাৰ শ্ৰম সাৰ্থক হ'ব।

ভাতৃপ্ৰতীম নৱ কলিতাই যে গধুৰ পাচিটো শিৰত লৈ আমাক ৰাইজৰ আগত হাজিৰ কৰালে তাৰ বাবে তেওঁক ধন্যবাদ জনালো। পৰোক্ষ-প্ৰত্যক্ষভাৱে আপোন গৃহিনী কুসুম চুতীয়াই সহায় কৰাত তেওঁৰো শৰলাগ ল'লো। সৰ্বশেষত আৰ্হি কাকত চাওঁতে সহায় কৰি দিয়াৰ বাবে শ্ৰী পিংকি চুতীয়াৰো নামটো লৈ থ'লো।

হলিডে কটেজ — শ্ৰীৰামচন্দ্ৰ চুতীয়া

অৰুণাচল ঃ পশ্চিম ছিয়াং — ০৫-১০-০৬

অৰুণাচল প্ৰদেশ

## (১) ভজন

মুক্তিতো নিস্পৃহ যিটো সেহি ভগতক নমো
ৰসময়ী মাগোহো ভকতি।
সমস্ত সন্তকমণি নিজ ভকতৰ বশ্য
ভজো হেন দেৱ যদুপতি।। ১

যিজন মুক্তিতো নিস্পৃহ্ তেনেজন ভকতক প্ৰণাম কৰি ৰসময় ভক্তি প্ৰাৰ্থনা কৰোঁ; যিজন সমস্তৰে মস্তকমণি, যি জন নিজ ভকতৰ বৈশ্য সেইজন ভগৱন্তক নমস্কাৰ কৰোঁ।

যাৰ ৰাম কৃষ্ণ নাম নাৱে ভৱসিন্ধু তৰি
পাৱে পৰম্পদ পাপী যত।
সদানন্দ সনাতন হেনয়ে কৃষ্ণক সদা
উপাসনা কৰোহো হৃদয়ত।। ২

যি জনৰ নাম লৈ ; ৰাম-কৃষ্ণ বুলি কৈ মহা পাপীয়েও উদ্ধাৰ পায় সংসাৰ সমুদ্ৰ পাৰ হৈ; সেইজন সদানন্দ সনাতন কৃষ্ণক সদায় হৃদয়ত উপাসনা কৰো।

## (২) নমস্কাৰ

মৎস্য কুৰ্ম নৰসিংহ বামন পৰশু ৰাম
হলীৰাম বৰাহ শ্ৰীৰাম।
বুদ্ধ কল্কি নামে দশ আকৃতি ধৰিছা কৃষ্ণ
তযু পাৱে কৰোহো প্ৰণাম।।৩

যিজনে মৎস্য, কুৰ্ম, নৰসিংহ, বামন, পৰশুৰাম, হলীৰাম, বৰাহ, শ্ৰীৰাম, বুদ্ধ আৰু কল্কি ৰূপে দহ অৱতাৰ ধাৰণ কৰিছে তেওঁৰ পদতলত প্ৰণাম জনাওঁ।

## (৩) উপদেশ

একান্ত ভকতসৱে　　নিগুৰ্ণ কৃষ্ণৰ গুণ
গাৱে সদা বসিয়া যথাত।
বৈকুণ্ঠক পৰিহৰি　　যোগীৰো হৃদয় এৰি
থাঁকা হৰি সাক্ষাত তথাত।।৪

একান্ত ভকসসকলে যি ঠাইত বহি নিগুৰ্ণ কৃষ্ণৰ গুণ গান গায়, ভগৱন্ত প্ৰভুৱে সেই ঠাইত গৈ উপস্থিত হয়। তেনে সময়ত তেওঁ স্বৰ্গ বা যোগীৰ হৃদয়ো ত্যাগ কৰি ভগতৰ সাক্ষাতত উপস্থিত হয়।

অব্যক্ত ঈশ্বৰ হৰি　　কিমতে পূজিবা তাঙ্ক
ব্যাপকত কিবা বিসৰ্জন।
এতাৱন্ত মূৰ্ত্তিশূন্য　　কেনমতে চিন্তিবাহা
ৰাম বুলি শুদ্ধ কৰা মন।।৫

সৰ্বব্যাপ্ত অব্যক্ত ভগৱন্তক পূজানো দিবা কেনেকৈ, যি সৰ্বময় তেওঁক পূজাৰে বন্দনা কৰাৰে বা কি প্ৰয়োজন। যি ভগবান নিৰাকাৰ, মূৰ্ত্তিশূন্য তেওঁকনো কেনেকৈ চিন্তন কৰিবা। তেনেজনাক পূজা অৰ্চনা নকৰি ৰাম বুলিয়েই মন শুদ্ধ কৰিব পাৰি।

কৰ্ম্মত বিশ্বাস যাৰ　　হিয়াত থাকন্তো হৰি
অতিশয় দূৰ হোন্ত তাৰ
দূৰতো বিদূৰ হোন্ত তাৰ।
অহঙ্কাৰ থাকন্তেও　　সাক্ষাতে কৃষ্ণক পাৱে
শ্ৰৱণ কীৰ্ত্তণ ধৰ্ম যাৰ।।৬

যাৰ কৰ্ম্মত বিশ্বাস অৰ্থাৎ কৰ্মযোগী তেওঁৰ হৃদয়ত ভগবান বাস কৰে। শ্ৰৱণ-কীৰ্ত্তন যাৰ ধৰ্ম তেওঁ অহঙ্কাৰী হ'লেও ভগৱানৰ দৰ্শন হয় আৰু ভগৱান প্ৰাপ্তি হয়।

যিটোজনে শুদ্ধভাৱে　　হৰিত শৰণ লৈয়া
হৰিক সুহৃদ বুলি আছে।

হৰিৰ প্ৰসাদে সিটো বিঘ্নিৰ মুণ্ডত ভৰি
দিয়া হৰিগুণ গায়া নাচে ।।৭

যিজনে পবিত্ৰ চিত্তে হৰিত শৰণ লৈ তেওঁক পৰম বান্ধৱ বুলি জ্ঞান কৰে, তেওঁ প্ৰভুৰ প্ৰসাদ লাভ কৰি (আশীৰ্বাদ লাভ কৰি) বিপদ আপদক নেওচি পৰম সন্তোষে জীৱন অতিবাহিত কৰে।

সকল নিগম লতা তাৰ অবিনাশী ফল
কৃষ্ণনাম চৈতন্য স্বৰূপ।
সুমধুৰ সুমঙ্গল শ্ৰদ্ধায়ে হেলায়ে লৈয়া
নৰ মাত্ৰ তৰে ভৱকূপ।।৮

সকলো বেদৰ অবিনাশী ফল হ'ল চৈতন্য স্বৰূপ কৃষ্ণ ; তেওঁৰ নাম শ্ৰদ্ধায়ে বা অশ্ৰদ্ধায়ে লৈও নৰ-মনিষে সংসাৰৰ নৰক যন্ত্ৰণাৰ পৰা পৰিত্ৰাণ পায়।

যিটো জনে কৃষ্ণ কথা বিচাৰে সময়ে মনে
ধৈৰ্য্য ধৰি ক্ষণেক থাকয়।
যত তীৰ্থ স্নান দান দেৱ-পিতৃ যজ্ঞ-যাগ
যোগদিৰো ফলক পাৱয়।।৯

যি জনে ধৈৰ্য্য ধৰি অকণমান সময় কৃষ্ণক স্মৰণ কৰে; তেওঁ যোগ সাধনা, যাগ-যজ্ঞ তীৰ্থ ভ্ৰমণ, দান-দক্ষিণা বা পবিত্ৰ স্থানত স্নান কৰাৰ সমান ফল লাভ কৰে।

যাৰ পুত্ৰ সবে ঐত হৰিত শৰণ লৈয়া
হৰি গুণ গাৱে শুদ্ধ ভাৱে।
দধি দুগ্ধ ঘৃত মধু নদীৰ জলক পিয়া
পিতৃ গুণে তৃপিতিক পাৱে।।১০

যি সকলৰ পুত্ৰই হৰিত শৰত লৈ হৰিগুণ শুদ্ধভাৱে গাই বা স্মৰণ কৰে; তেওঁলোকে (পিতৃকুলে) দধি, দুগ্ধ, ঘৃত, মধুৰ নদীৰ জলপান কৰি সন্তোষ লাভ কৰে।

সেহি সকল শাস্ত্ৰ পঢ়িলো শুনিলে সি সি
অনুষ্ঠান সমস্তে কৰিল।

নিৰাশা ঈশ্বৰ কৃষ্ণ তাহাঙ্ক সন্মুখ ভৈল
আশাক যিজনে পিঠি দিল।।১১

সেই সকলোবোৰ শাস্ত্ৰ পঢ়ি বা শুনি যি সকলে নানা পূজা-পাৰ্বন,, অনুষ্ঠান বিধান কৰিও ঈশ্বৰ প্ৰাপ্তি নহ'ল, যাৰ সেই আশা পৰিত্যক্ত হ'ল ; তেওঁলোকেও হৰিগুণ গায় ঈশ্বৰৰ দৰ্শন লাভ কৰিলে।

অপবিত্ৰ যিটো আতি পবিত্ৰ হোৱে বা যদি
সমস্ত অৱস্থা আছে পায়া।
কমল লোচন যিটো সুমৰে তাৰেসে শুদ্ধ
বাহিৰে ভিতৰে হোৱে কায়া।।১২

যি কমললোচন বা পৰম ঈশ্বৰক স্মৰণ কৰে, তেওঁ অতি অপবিত্ৰ বা অপাত্ৰ হ'লেও পুণ্য গুণ আয়ত্ব কৰি সম্পূৰ্ণ শুদ্ধ হয়।

সেহিসে চতুৰ যিটো পুণ্যৰ নিদান ভূত
নাৰায়ণ নামক সুমৰে।
অচতুৰ সি সি অতি পাপৰ নিদান-ভূত
নামে অৰ্থবাদ যিটো কৰে।।১৩

সেয়েহে বুদ্ধিমান সকলে নাৰায়ণৰ নাম লৈ পুণ্য আহৰণ কৰে, কাৰণ তেওঁ নিজে পুণ্যৰ নিদান-ভূত বা কাৰণ আৰু যিসকল আদি অচতুৰতেওঁলোকে হৰিক নুসুমৰি নামৰ বিষয়ে ওখনা-ওখনি কৰে, যিটো পাপৰ কাৰণ বুলি সদায় বিবেচিত হয়।

মহেশে বোলন্ত মোৰ ৰকাৰাদি নাম শুনি
পৰম প্ৰসন্ন হোৱে মন।
শুনিয়ো পাৰ্বতী মই মনত শঙ্কয়ো ৰঙ্গে
ৰাম বুলিবেক ইটো জন।।১৪

মহেশে কয় যে তেওঁ 'ৰকাৰাদি নাম' অৰ্থাৎ ৰামৰ নাম শুনিয়েই মন পৰম প্ৰসন্ন হয়।

কৰ্ণ পথে ভকতৰ হিয়াত প্ৰৱেশি হৰি
দুৰ্বাসনা হৰে সমস্তয়।
জলৰ যতেক মল যেহেন শৰত কালে

স্বভাৱতে নিৰ্মল কৰয়।।১৫

হেৰা পাৰ্বতী শুনা, মই ভাবো ৰাম বুলি যিজনে ক'ব, তেওঁৰ কৰ্ণ পথেদি হৰি হিয়াত প্ৰৱেশি সমস্ত দুৰ্ভাবনা হৰণ কৰে, যেনেকৈ শৰত কালে জলৰ সকলো মল নিৰ্মল কৰে।

হুয়া দেৱ দিগম্বৰ ভস্মে বিভূষিত অঙ্গ
শিৰত ধৰিয়া জটাভাৰ
মহেশে বোলন্ত যাক হেন কৃষ্ণ বিনে আন
কোন শ্ৰেষ্ঠ দেৱ আছে আৰ।।১৬

জটাধাৰী আৰু ভস্মে যাৰ অঙ্গ বিভূষিত দিগম্বৰ সদা শিৱয় যি জনাক প্ৰণাম কৰে তেওঁতকৈ (ৰাম) আৰু আন কোননো শ্ৰেষ্ঠ দেৱতা আছে।

ব্ৰহ্মা আদি দেৱগণে নিশ্চল সম্পতি মনে
লক্ষ্মীক সেৱন্ত তপ কৰি।
লক্ষ্মীয়ো সেৱন্ত যাক হেন মহেশ্বৰ বিষ্ণু
আন কোন দেৱ তান্ক সৰি।।১৭

ব্ৰহ্মা আদি দেৱতাসকলে ধীৰ কায় চিত্ত মনে লক্ষ্মীক সেৱা কৰে, আৰু সেই গৰাকী লক্ষ্মীয়ে যাক সেৱা বা সভক্তিৰে প্ৰণাম কৰে তেনেজন মহা ঈশ্বৰ বিষ্ণুৰ সমান আন কোন দেৱতা আছে।

সমস্ত বেদান্ত সাৰ শ্ৰীভাগৱত শাস্ত্ৰ
ইহাৰ অমৃত ৰস পাই।
পৰম সন্তোষে পান কৰিলেক যিজনে তাৰ
অন্যত্ৰ ৰসত ৰতি নাই।।১৮

যি সমস্ত বেদান্ত-সাৰ শ্ৰীভাগৱত শাস্ত্ৰৰ অমৃত ৰস পান কৰি ধন্য হৈছে, তেওঁ পৰম আনন্দত দিন অতিবাহিত হয় আৰু অন্য কোনো কৰ্মত মন নলগায়। তেওঁ বাহিৰা কামত ৰতিহীন হৈ পৰে।

মহা ভাগৱত ৰস মাধৱৰ নাম-যশ
আক পান কৰিল যিজনে।
কৃষ্ণৰ চৰণে চিত্ত দিয়া মোক্ষ আদি ৰসে
ৰতি আন নকৰয় মনে।।১৯

কৃষ্ণৰ নামক সদা কীৰ্ত্তন কৰয় যিটো
মনে দৃঢ় কৰিয়া নিশ্চয়।
নিষ্কাম হোক বা যদি সকাম হোৱয় তাক
কদাচিতো কলি নবাধয়।।২০

যিজনে মহা ভাগৱতৰ ৰস মাধৱৰ নাম গুণ পান কৰে, কৃষ্ণৰ চৰণে যাৰ চিত্ত নিবিষ্ট হৈ থাকে সদৌটি ক্ষণ ; সৰ্বদিন তেওঁৰ নাম কীৰ্ত্তন কৰে পবিত্ৰ অন্তৰেৰে তেওঁ সকামী বা নিস্কামী যিয়ে নহওক তেওঁক কলিয়ে কেতিয়াও বিঘিণি নঘটায়।

চাণ্ডাল পৰ্যন্ত কৰি জগতৰ উপকাৰী
নাহি নাম-গুণ বিনে আন।
সেহিসে কাৰণে হৰি নিজ যশ প্ৰিয় ভৈলা
ভগৱন্ত ভকতৰ প্ৰাণ।।২১

মানুহৰ বাবে নামতকৈ আন একো উপকাৰী নাই। চাণ্ডাল পৰ্য্যন্ত (তথাকথিত) নিম্ন বৰ্গৰ মানুহেও তেওঁৰ নাম লৈ উপকৃত হয়। সেয়েহে ভগৱানেও ভকতৰ মুখত তেওঁৰ নাম শুনি ভকতৰ প্ৰাণত স্থিত লয়।

যিহেতু চৈতন্যপূৰ্ণ পৰমাত্মা ৰূপে হৰি
হৃদয়ত আছন্ত প্ৰকাশি।
তাতেসে ইন্দ্ৰিয়গণ ভূত প্ৰাণ বুদ্ধি মন
প্ৰৱৰ্তে যতৈক জড়ৰাশি।।২২
ৰাম কৃষ্ণ হৰি নাম সৰ্ব ধৰ্ম অনুপাম
সকল নিগম তত্বসাৰ
যাতপৰে ধৰ্ম নাহি আৰ।
হেন নাম নুসুমৰি কমন ভৰসা কৰি
বৈয়া আছা ভৱ তৰিবাৰ।।২৩

হৃদয়ত যিহেতুকে পৰমাত্মা ৰূপে হৰি আছেই, তাতে জীৱ-জড় জগতো আছে। সকল নিগমৰ তত্বসাৰ হ'ল সকলো ধৰ্মৰ শ্ৰেষ্ঠতৰ ৰাম-নাম, সেই ৰাম নাম নোলোৱাকৈ কি ভাৰসাতনো ভৱসাগৰ পাৰ হ'বলৈ বৈ আছা !

বিষ্ণু পাদোদক গঙ্গা মহেশে সহিতে ইটো

জগতক পবিত্র কৰয়।

হেন কৃষ্ণ বিনে কোন ভগৱন্ত হেন ইটো

শবদৰ স্বৰূপ আছয় ।।২৪

যি বিষ্ণুৰ পদজলে মহেশ সহিত জগতক পবিত্ৰ কৰে, তেওঁতকৈ আননো কোন শ্ৰেষ্ঠ ভগবান আছে।

পুণ্য অৰণ্যৰ মাজে মাধৱৰ নাম সিংহ

প্ৰকাশ কৰয় আতি ৰবে।

যাৰ ধবনি শুনি ভয়ে মহাপাপ হস্তীচয়

পলাই অতি ত্ৰাসত লৱৰে।।২৫

ভগৱন্তৰ নামেই সৰ্ব শ্ৰেষ্ঠ আৰু তেৱেঁই পুণ্য অৰণ্যৰ মধ্যত সিংহ ৰূপী অৱতাৰ। যাৰ শব্দ শুনিয়েই হস্তীসদৃশ পাপ পলাই ফাট মাৰে — তেওঁতকৈ অন্য শ্ৰেষ্ঠজন নাই।

আপুনি আপোন বন্ধু আপুনি আপোন শত্ৰু

আপুনি আপোন ৰাখে মাৰে।

হৰিক নভজি নৰে আপুনি হোৱয় নষ্ট

হৰি ভজি আপোনাক তৰে।।২৬

মানুহ নিজেই আপোনাৰ শত্ৰু বা বন্ধু। মানুহে নিজেই আপোনাক ৰাখে বা মাৰে। যিসকলে হৰিক ভজে তেওঁ নিজক তৰে আৰু যি তাকে নকৰে সি নিজেই নষ্ট হয়।

দুৰ্লভ মনুষ্য-জন্ম লভিয়া পশুৰ যোগ্য

বিষয়ৰ আশা পৰিহৰা।

সন্তৰ সঙ্গত বসি সুখে হৰি গুণ গায়া

সন্তোষে অমৃত পান কৰা।।২৭

দুৰ্লভ মনুষ্য জীৱন লাভ কৰি পশুৰ যোগ্য বিষয় সুখ আশা পৰিত্যাগ কৰা। সাধু সন্তৰ সঙ্গত বহি, আনন্দ মনে প্ৰভুৰ নাম লৈ হৰি নামৰ অমৃত সুধা পান কৰা।

হৰিনাম কীৰ্ত্তনত নাহি দেশ কাল পাত্ৰ

নিয়ম সংযম একো বিধি।

হৰিত শৰণ লৈয়া কেৱলে হৰিৰ নাম
কীৰ্ত্তন কৰন্তে হোৱে সিদ্ধি।।২৮

হৰি নাম ল'বলৈ দেশ-কাল-পাত্ৰ বা নিয়ম-সংযম বুলি কোনো বিশেষ ব্যৱস্থা বা বিধি নাই, হৰিত শৰণ লৈ কেৱল তেওঁৰ নাম ল'লেই সৰ্ব কামনা সিদ্ধি হয়।

বিষয় সমন্ধ সুখ সমস্ত যোনিত পায়
হৰি সেৱা একো স্থানে নাই।
হৰিৰ সেৱাৰ যোগ্য কেৱল মনুষ্য তনু
জানি ফুৰা হৰি গুণ গাই।।২৯

বিষয় সুখ সকলো প্ৰাণীৰ জীৱনতে আছে। কিন্তু সমস্ত যোনিতে বিষয় সুখ প্ৰাপ্ত হ'লেও হৰি সেৱা কিন্তু কেৱল মানুহৰ জীৱনতহে পাব পাৰি। মানুহৰ দেহটোহে কেৱল হৰিৰ সেৱাৰ যোগ্য। সেই সেতু হৰি গুণ গাই জীৱন ধন্য কৰা।

মৃত্যুৰ মুখত পৰি আছে যিটো সিটো নৰে
হৰিগুণ কীৰ্তন নকৰে।
মৃত্যু তৰিবাৰ জানা নাহিক উপায় আন
হৰি নাম কীৰ্ত্তনত পৰে।।৩০

যি মানুহ মৃত্যুৰ দুৱাৰ দলিত আছে সিও হৰিৰ গুণানুকীৰ্ত্তন নকৰে। মৃত্যু তৰিবৰ একমাত্ৰ উপায় কিন্তু হৰি নামহে। হৰি নামৰ বিনে অন্য উপায় আন একোৱেই নাই।

মৃত্যু তৰিবাৰ আন আছয় উপায় যত
বিঘিনি দূষিত নিৰন্তৰে।
বিঘিনি ৰহিত যত মাধৱৰ গুণ কৰ্ম
কীৰ্ত্তন কৰিয়া সুখে তৰে।।৩১

মৃত্যুৰ পৰা হাত সাৰিবলৈ অন্য য'ত উপায় আছে, সেই সকলোবোৰ সকলো সময়তে বিঘিনি মুক্ত বা বিঘ্ন-ৰহিত। বিঘিনিহীন একমাত্ৰ উপায় হ'ল মাধৱৰ গুণানুকীৰ্ত্তন, তাকে কৰিয়েই বিপদৰ হাত সাৰিব পাৰি।

লব্ধমতি মনুষ্যৰ হৰি কীৰ্ত্তনত পৰে

নাহিকে ৰহস্য বিত্ত আৰ।

আন আশা পৰিহৰি মাধৱক মনে ধৰি

হৰিৰ কীৰ্ত্তন কৰা সাৰ।।৩২

লুভীয়া বা আশাবাদী মানুহৰ বাবে হৰি কীৰ্ত্তনতকৈ ৰহস্য ধন আন একো নাই। সেই কাৰণেই অন্য আশা পৰিহাৰ কৰি, মাধৱৰ নাম স্মৰণ কৰি, হৰি কীৰ্ত্তনকে সাৰ বুলি মানা।

শুনা পৰমাৰ্থ তত্ত্ব শ্ৰীমন্ত শঙ্কৰ মত

ধৰিয়োক সজ্জন সকল।

হৰিৰ কীৰ্ত্তন কৰি সুখে সংসাৰক তৰি

পাইবা ভক্তি পৰম নিৰ্ম্মল।।৩৩

সেয়েহে শ্ৰীমন্ত শঙ্কৰৰ মত বা পৰমাৰ্থ তত্ত্ব শুনা; সাধু সকলৰ লগ লৈ হৰিৰ কীৰ্ত্তন কৰা, তেনে কৰিলেই সুখেৰে সংসাৰত তৰিব পাৰিবা আৰু নিৰ্মল পৰম ভক্তি লাভ কৰি ধন্য হ'বা।

শুনা সভাসদচয় নেৰিবা শাস্ত্ৰৰ নয়

হৰিগুণ ভাগৱত সাৰ।

সাধু সঙ্গ অনুসৰা শ্ৰৱন কীৰ্ত্তন কৰা

পৰিহৰা পাষণ্ড আচাৰ।।৩৪

হেৰা সাধুসকল, শাস্ত্ৰৰ নীতি নিয়ম নেৰিবা, হৰিগুণ হ'ল ভাগৱতৰ সাৰ। সাধু সঙ্গৰ লগত থাকি শ্ৰৱন কীৰ্ত্তন কৰা আৰু পাষণ্ড আচাৰ পৰিহাৰ কৰা।

বৈৰাগ্যত পৰে ভাগ্য নাহি প্ৰবোধত পৰে

সুখ আৰু নাহি পুৰুষৰ

হৰি বিনে পৰিত্ৰাণ কৰ্ত্তা আৰ নাহি জানা

ৰিপু নাহি সংসাৰত পৰ।।৩৫

মোহ মুক্ত হ'ব নোৱাৰিলে মানুহৰ কেতিয়াও শান্তি নাহে, সুখীও হ'ব নোৱাৰে। হৰিৰ বিহনে আমাৰ ত্ৰাণকৰ্তা আন কোনো নাই। তেওঁ শত্ৰু বা পৰো নহয়।

লক্ষ্মীপতি ভগৱন্ত যাহাৰ প্ৰসন্ন ভৈলা

তাহাৰ দুৰ্লভ কিছু নাই।

নাৰায়ণ পৰ ভৈলে তথাপি কিঞ্চিতো আন

নবাঞ্ছয় সেৱা সুখ পাই।।৩৬

লক্ষ্মীপতি ভগৱান যাৰ প্ৰতি প্ৰসন্ন হয় তেওঁৰ দুৰ্লভ বুলি একাৰে নাথাকে। ভগৱান নিলগ হ'লেও সেৱা সুখ পায় আৰু আন একো নিবিচাৰে।

কৃষ্ণৰ হৃদয় চাৰু লক্ষ্মীৰ নিবাস স্থান

মুখ নয়নৰ পান-পাত্ৰ।

দিক পাল সমস্তৰ আশ্ৰয় কৃষ্ণৰ বাহু

ভকতৰ পাদপদ্ম মাত্ৰ।।৩৭

সুন্দৰ বা সুমঙ্গল কৃষ্ণৰ হৃদয় হ'ল লক্ষ্মীৰ নিবাস স্থান। তেওঁৰ মুখ যেন নয়নৰ পান-পাত্ৰ অৰ্থাৎ চকু জুৰোৱা। তেওঁৰ বাহু সমস্ত দিকপালগণৰ আশ্ৰয় স্থল আৰু পাদপদ্ম অৰ্থাৎ চৰণ যুৰি হ'ল ভকতৰ নিবাস থান।

পৰম ঈশ্বৰ দেৱ কৃষ্ণক নেপায় লাগ

তপ জপ যাগ যোগ দানে।

একান্ত ভকতৰ পদ ৰেণু শুদ্ধ চিত্তে মাথে

অভিষেক নকৰয় মানে।।৩৮

তপ, জপ, যাগ-যজ্ঞ বা দানৰ দ্বাৰা ভগৱানক কেতিয়াও পাব নোৱাৰি। একান্ত শুদ্ধ চিত্তে শিৰ নত কৰি প্ৰণিপাত নকৰালৈকে ভগৱান প্ৰাপ্ত নহয়।

গ্ৰাম্য কথা বিনাশন উত্তম শ্লোকৰ গুণ

প্ৰসৱয় সাধুৰ সঙ্গত।

তাক অনুদিনে যিটো সেৱে তাৰ সতী মতি

হোৱে বাসুদেৱ চৰণত।।৩৯

গাঁৱলীয়া কথা অৰ্থাৎ গায়ন ভোজন বা নিন্দা আদি গ্ৰাম্য কথা বিনাশৰ মূল। সাধুৰ সঙ্গত উত্তম শ্লোকৰ আলোচনা হয় আৰু যি তাক নিতৌ শ্ৰদ্ধাৰে মানে তেওঁৰ বাসুদেৱ অৰ্থাৎ কৃষ্ণৰ প্ৰতি মতি বা ভক্তি জন্মে।

সেহিসে দিনক ভাই দুৰ্দিন বুলিয়া মানি

মেঘাচ্ছন্ন নোহয় দুৰ্দিন।

হৰি কথা অমৃতৰ সম্যক আলাপ ৰস

যিটো দিন হোৱয় বিহীন।।৪০

যিটো দিন হৰিৰ অমৃত কথা আলাপ নহয়, সেই দিনক দুৰ্দিন বুলি মানিবা।

আত্মা ঈশ্বৰক লাগ প্ৰত্যক্ষ সততে পায়
নাপায় জানা তাঙ্ক অবিদ্যাত।
অবিদ্যা পশিলে লাগ কৃষ্ণক পাৱয় যেন
কণ্ঠ লগ্ন বস্তুক সাক্ষাত।।৪১

অবিদ্যাত অৰ্থাৎ অগিয়ানী হ'লে কৃষ্ণৰ সাক্ষাত পাব নোৱাৰি। অবিদ্যা নাশ হ'লে কৃষ্ণ প্ৰাপ্তি হয় অদূৰতে অৰ্থাৎ কণ্ঠ লগ্ন বস্তুৰ দৰে আত্মাতে তেওঁক পাব পাৰি। আত্মা ঈশ্বৰক বিদ্যা থাকিলে তেনেই সহজে পাব পাৰি।

## (৪) নিন্দা

নাৰায়ণ হেন ইটো শব্দ আছন্ত মুখে
বশৱৰ্ত্তী বচন আছয়।
তথাপি অদ্ভুত কিনো ঘোৰ নৰকত মজি
মলমতি মনুষ্য মৰয়।।৪২

মুখতে বশৱৰ্ত্তী বচন নাৰায়ণ শব্দটি থাকোঁতেও মলমতি মনুষ্যই ঘোৰ নৰকত মজি বিপদত পৰে। কিযে ই আচৰ্য্যকৰ বিষয়।

তৰ্ক শাস্ত্ৰ মহাবাঘ্ৰী তাহাৰ নিপুণ পতি
তাৰ শিষ্য ভৈল পুত্ৰ প্ৰায়।
সংসাৰ বনত পশি পতি পুত্ৰ সমন্বিতে
উপনিষৎ ধেনু ধৰি খায়।।৪৩

তৰ্কশাস্ত্ৰ হ'ল ব্যাঘ্ৰী বা বাঘিনী, এই বাঘিনীৰ পতি অৰ্থাৎ তাৰ্কিক ; তাৰ্কিকৰ শিষ্য হ'ল পুত্ৰ সম। তেওঁলোকে নানা শাস্ত্ৰ আদি পাঠ কৰি সংসাৰত হুৰমুৰ কৈ ঘূৰি ফুৰে। তেওঁলোকে আপোনক পণ্ডিত বা বিদ্বান বুলি গৰ্বত ফুলি থাকে।

সৰ্ব শ্ৰুতি শিৰোৰত্ন ভাগৱত বন মাজে

হৰি নাম সিংহ প্ৰকাশয়।

তাৰ মহা ধ্বনি শুনি নিজ পৰিবাৰ সমে

তৰ্কব্ৰাঘী পলয় হুয়া ভয়।।৪৪

সকলো শ্ৰুতি শাস্ত্ৰৰ মূল বা শিৰোৰত্ন হ'ল ভাগৱত। সেই ভাগৱতৰ বন মাজে অৰ্থাৎ ভাগৱতৰ মূল উপাস্য দেৱতা হ'ল হৰি। বন ৰজা সিংহৰ দৰে ভাগৱতত ভগবান হ'ল অদ্বিতীয় দেৱতা। সেই হৰি সিংহৰ নাম শুনি ভয়তে তৰ্কব্ৰাঘী সপৰিবাৰ পলাই যায়।

স্মৰহ গোবিন্দ মূঢ় বোলহু গোবিন্দ মূঢ়

ভজহু গোবিন্দ সৰ্বক্ষণে।

মৰণ-সময় পাইলে গোবিন্দেসে ৰাখিবন্ত

নৰাখিবে ডুকৃষ্ণ কৰণে।।৪৫

হেৰা মূৰ্খ (মন), সকলো পৰতে গোবিন্দৰ নাম লোৱা, তেওঁক স্মৰণ কৰা। মৰণ পৰত গোবিন্দইহে ৰাখিব অন্য কৰ্মই নহয়।

ঈশ্বৰ কৃষ্ণক যিটো অন্য দেৱতাৰ সম

বোলয় অধম মূঢ় মতি।

চৌৰাশি নৰক ভুঞ্জি পাপৰ যোনিত সিটো

অৱশ্যে হুইবেক উৎপতি।।৪৬

ঈশ্বৰক অন্য দেৱতাৰ সমান বুলি যিজন মূৰ্খই অভিহিত কৰে তেওঁ অৱশ্যেই চৌৰাশিখন নৰকৰ যাতনা পাই অন্তত নীচ কুলত — পাপৰ যোনিত জন্ম লয়।

মায়া আদি কৰি যত সমস্তে জগত জড়

কৃষ্ণেসে চৈতন্য আত্মা শুদ্ধ।

চৈতন্য কৃষ্ণক এৰি জড়ক ভজিয়া মৰে

কিনো লোক অধম মুগুধ।।৪৭

কৃষ্ণৰ বাদে জগতৰ সকলোটি মায়া আৰু সিবোৰ জড় বা নিৰ্জীব। কৃষ্ণহে চৈতন্য আৰু শুদ্ধ। তেনে চৈতন্য পৰম ব্ৰহ্মক বাদ দি মিছা জড় জগতক অধমেহে পূজে। মানুহ যে কি অধম-মূঢ়।

তপ জপ তীৰ্থ ব্ৰত যাগ যোগ যজ্ঞ দান

কাকো নুসুমৰে মৃত্যু বেলা।
মৰন্তাজনক বেঢ়ি        বোলে সবে ৰাম বোলা
হেন নামে এতিক্ষণে হেলা।।৪৮

মৃত্যুৰ পৰত তপ, জপ, তীৰ্থ, ব্ৰত, যাগ-যজ্ঞ, যোগ বা দানৰ কথা কোনেও নসুমৰে ; মৃত্যুমুখীজন সকলোৱে বেঢ়ি ক'বলৈ ধৰে, 'ৰাম বোলা, ৰাম বোলা'। তেনে নামলৈ এতিয়াও মানুহঁৰ অনীহা, অনিচ্ছা।

পৰলোক সময়ৰ        বান্ধৱ হৰিৰ নাম
সব এৰি যিহেতু সুমৰে
এতিক্ষণে কি কাৰণে        হেনয় হৰিৰ নাম
মলমতি নৰে নুসুমৰে।।৪৯

মৃত্যুৰ পৰত সকলো এফলীয়া কৰি পৰলোক সময়ৰ বন্ধু হৰিৰ নাম সোঁৱৰে। কিন্তু কিয়নো বিষ্ঠামতি মানুহে এতিয়াই তেনে হৰিৰ নাম নুসুমৰে।

দুৰ্ঘোৰ সংসাৰ ইটো        ব্যাধিৰ ঔষধ মহা
তেজি হৰি নামক সম্প্ৰতি।
কমন উপায়ে আন        পণ্ডিতসকলে আবে
লভিবেক আপোন মুকুতি।।৫০

বৰ্তমান দুৰ্ঘোৰ সংসাৰৰ মহৌষধ হৰিনাম ত্যাগ কৰি আন কি উপায়েৰেনো পণ্ডিতসকলে আপোন মুক্তি পাব।

লভিয়া মনুষ্য তনু        যি সব পণ্ডিত নৰে
নসাধিলে গতি আপোনাৰ।
কোটি জনমক লাগি        সংসাৰ সাগৰে মজি
ফুৰিবেক ভুঞ্জিয়া নিকাৰ।।৫১

মানুহৰ শৰীৰ লাভ কৰি যিসকল পণ্ডিতে আপোনাৰ গতি নাসাধে, তেওঁলোকে কোটি কোটি জনম লৈ এই সংসাৰ সমুদ্ৰত নিকাৰ ভুজি কাল যাপন কৰে।

গোবিন্দক নৰাধিয়া        কোন কালে কদাচিত
সুখী হৈয়া আছে কোনজন।
হেন শিক্ষা মনে ধৰি        ডাউকে বোলয় সদা

'কো-ৰা কো-ৰা ক" বাক্য বচন।।৫২

গোবিন্দক আৰাধনা নকৰাকৈ কোনো কালত কেতিয়াও কোনো সুখী হোৱা নাই, সেই কথা ধ্যান ৰাখি ডাউকেও সদায় হৰিৰ নাম ল'বলৈ কয়।

শঙ্কৰেসে শুদ্ধ মত ঈশ্বৰ ভক্তিৰ তত্ত্ব
প্ৰচাৰিলা শাস্ত্ৰসাৰ জানি।
ইহাক নজানি মূঢ়ে জীৱিকাৰ অৰ্থে ফুৰে
আপানাৰ মহত্ব বখানি।।৫৩

(গুৰু) শঙ্কৰৰ সৰ্ব শাস্ত্ৰ জানি প্ৰচাৰ কৰা ঈশ্বৰ ভক্তিৰ তত্ত্বই শুদ্ধ মত, এই কথাষাৰৰ মৰ্ম নাজানি মূৰ্খ সকলে জীৱিকাৰ অৰ্থে আপোনাৰ গুণ বখানি ফুৰে।

শঙ্কৰে সংশয় ছেদি শাস্ত্ৰৰ তত্ত্বক ভেদি
প্ৰচাৰিলা কৃষ্ণৰ ভকতি।
তাঙ্ক এৰি কি কাৰণে আনক বোলয় গুৰু
কিনো লোক মহা মূঢ়মতি।।৫৪

শঙ্কৰে মনৰ সংশয় ছেদ কৰি সাস্ত্ৰৰ তত্ব কৃষ্ণৰ ভকতি প্ৰচাৰ কৰিলে। সেই কৃষ্ণক ত্যাগ কৰি মূঢ়মতি অৰ্থাৎ জ্ঞানহীন মানুহে অন্যক গুৰু ৰূপে গ্ৰহণ কৰে।

নাজানে শাস্ত্ৰৰ নয় যেহি আসে তাকে কয়
ছেদিবাক নপাৰে সংশয়।
গুৰু বোলাই তথাপিতো ফুৰয় লোকৰ মাজে
মান্য সতকাৰ খুজি লয়।।৫৫

শাস্ত্ৰৰ বিধি বা নিয়ম নাজানি মুখত যি আহে তাকে কয় আৰু মনৰ শঙ্কাও দূৰ কৰিব নোৱাৰে। তথাপি গুৰু বোলাই (এশ্ৰেণী মানুহে) সমাজত ঘূৰি ফুৰি মান সৎকাৰ খুজি লয়।

বচনে কেৱল মাত্ৰ হৰিত শৰণ লয়
চিত্তে আন দেৱক ভজন।
জানিবাহা কদাচিতো সিদ্ধি সিটো নলভয়
হৰি তাৰ সন্তোষ নহয়।।৫৬

কেৱল মুখত ৰাম নাম লৈ যি হৰিত শৰণ লয় কিন্তু চিত্তত থাকে অন্য দেৱতাৰ ধ্যান ; নিশ্চয়কৈ জানিবা তেওঁ কদাচিতো সিদ্ধি লাভ নকৰে, কাৰণ হৰি তেওঁৰ কামত সন্তুষ্ট নহয়।

আগম নিগম তর্ক  পুৰাণ ভাৰত যত
ইতিহাস তন্ত্র মন্ত্রচয়।
হে হৰি তোমাতেসে  খেলাৱে কেৱল বাদ
তোমাৰ তত্ত্বক নজানয়।।৫৭

হে প্রভু, যি তোমাৰ তত্ত্ব বুজি নাপায় তেওঁলোকে আগম, নিগম, পুৰাণ, ভাৰত, ইতিহাস তন্ত্র-মন্ত্রৰ বিষয় লৈ তর্কবাদ কৰে।

ঐশ্বর্য্য ভোগৰ মদে  মত্ত হুৱা ঈশ্বৰক
পৰামুখ ভৈল যিটোজন।
যেন জীর্ণ গাই আতি  দুর্ঘোৰ সংসাৰ মহা
পঙ্কে পৰি হোৱয় মগন।।৫৮

যি ঐশ্বর্যবান আৰু তাৰ গর্বত মত্ত হৈ ঈশ্বৰক পিঠি দিয়ে তেওঁৰ অবস্থা লেৰেলী গাই বোকাত সোমাই ককবকাই থকাৰ দৰে।

হৰি নাম ধ্বজ কৰি  বেদপথ পৰিহৰি
ফুৰে অবতি পাষণ্ডসকল।
ইহ পৰলোক ভ্রষ্ট  হুয়া পেট পুৰি মাত্র
ফুৰিবেক পৰম নিবৃথনা।। ৫৯

হৰিনামক আগ কৰি, বেদপথ ত্যাগ কৰি অতি পাষণ্ড সকল ঘূৰি ফুৰে। ইহ পৰলোক ভ্রষ্ট হৈ, কেৱল পেট পুহি জীয়াই থাকে মহা দুষ্টসকল।

## (৫) প্রার্থনা

হে ভগৱন্ত গুৰু  তযু পদে মন মোৰ
যি কালত স্থিতিক লভয়।
তোমাৰ কৃপাত তেবে  সকল সাধন শ্রম
এৰাই সুখী হুইবোহো নিশ্চয়।।৬০

হে ভগৱন্ত গুৰু মোৰ মন যেতিয়া তোমাৰ চৰণত স্থিতি লয়, তোমাৰ দয়াত সকলো বৈষয়িক মায়ামোহ এৰাই নিশ্চয় সুখী হওঁ।

হে প্ৰভু নৰ হৰি তোমাৰ চৰণ দুই
প্ৰেম ভাবে স্মৰণ দুৰ্লভ।
যথা কথঞ্চিত ৰূপে অহৰ্নিশে প্ৰভু মোৰ
সুমৰণ হুয়োক সুলভ।।৬১

হে ভগৱন্ত তোমাৰ দুই পদ স্মৰণ দুৰ্লভ। সেই দুৰ্লভ চৰণ অহৰ্নিশে বা সদৌটি মুহূৰ্তত যাতে সহজে সোঁৱৰণ কৰিব পাৰো তাৰ বাবে প্ৰাৰ্থনা জনাওঁ।

হে প্ৰাণ বন্ধু কৃষ্ণ কৃপাৰ সাগৰ হৰি
কৃপা দৃষ্টি চাহিয়োক মোক।
সহজ বাসনা ৰূপে শৰণ দিয়োক নাথ
মোৰ অহঙ্কাৰ দূৰ হোক।।৬২

হে প্ৰভু, তুমি কৃপাৰ সাগৰ, তুমি আমাৰ পৰম বান্ধৱ। দয়া কৰি আমালৈ দৃষ্টি নিক্ষেপ কৰা। মোৰ অহঙ্কাৰ যাতে নিশেষ হয় তোমাৰ তৰণ যুগলত শৰণ লৈ, দয়া কৰি হে হৰি মোক শৰণ দি আশ্ৰয় দান কৰা।

নমো ৰাম কৃষ্ণ হৰি নাৰায়ণ নিৰঞ্জন
নমো দেৱ দৈৱকী-দায়ানন্দ।
পৰম অনাথ আমি তোমাৰ চৰণে নমি
মাগো প্ৰভূ ভকতি প্ৰসাদ।।৬৩

হে হৰি, তোমাক প্ৰণিপাত জনাওঁ। তুমি নাৰায়ণ নিৰঞ্জন, দৈৱকী-দায়াদ-তোমাক নমস্কাৰ জনাওঁ। হে নাথ, আমাৰ দৰে অনাথক তোমাৰ চৰণত ঠাই দিয়া, তোমাক সেৱা জনাই সেই ভক্তি প্ৰসাদ প্ৰাৰ্থনা কৰোঁ।

ব্ৰহ্মা হৰ পুৰন্দৰ আদি দেৱ নিৰন্তৰ
যাত সদা পশয় শৰণে।
আৰ আন নাহি ত্ৰিভুবনে।
ভকত জনৰ বন্ধু তুমিসে কৰুণা সিন্ধু
মোৰ গতি তোমাৰ চৰণে।।৬৪

ত্ৰিভুবনত হৰিতকৈ শ্ৰেষ্ঠ আৰু আন কোনো নাই। সেয়েহে ব্ৰহ্মা,

সদাশিৱ, ইন্দ্র যতমানে ত্রিদশ দেৱতাই তেওঁৰ চৰণত আশ্ৰয় লয়। কৰুণাৰ সাগৰ তেওঁ ভকতৰ পৰম বান্ধৱ তেওঁৰ চৰণেই (সেয়েহে) মোৰ গতি।

মায়াৰ নিগ্ৰহে মই পৰম আতুৰ ভৈলো
প্ৰাণ যদুপতি জীৱন যদুপতি।
অনাথৰ নাথ হৰি তুমি কৃপাময় বিনে
মোৰ আৰ নাহি আন গতি।।৬৫

হে প্ৰভু, মায়াৰ জালত পৰি মই পৰম আতুৰ হ'লো। তুমি যিহেতু প্ৰাণ নাথ, অনাৰ্থৰ নাথ, দয়াৰ সাগৰ, তোমাৰ বিনে মোৰ আন গতি নাই।

হে প্ৰভু ভগৱন্ত ইটো সংসাৰত যত
আছে পাপী তাৰ মই সীমা।
চৰণে থাপিয়ো মোক পতিত পাৱন নিজ
দেখায়োক নামৰ মহিমা।।৬৬

হে প্ৰভু, এই সংসাৰত যতবোৰ পাপী আছে মই তাৰ সীমা। পতিত ত্ৰাণকৰ্তা তোমাৰ চৰণত মোক থান দি তোমাৰ নামৰ মহিমা দেখুওৱা।

তোমাৰ বিমুখ হৰি হৈবাক দেখিয়া মায়া
মোৰ মতি কৰিলে মোহিত।
এবে হৰি তযু পদে সেৱাতে যিমতে ৰহো
হেন কৃপা কৰিতে উচিত।।৬৭

হে ভগৱান, তোমাত বিমুখ হোৱা দেখি মায়াই মোৰ মন মুহি তোমাৰ পৰা নিলগাই আনিলে। সেয়েহে প্ৰভু মই প্ৰাৰ্থনা কৰো, যি কৰিলে মোৰ মন তোমাৰ সেৱাত নিবিষ্ট হ'ব, তেনে দয়া কৰি আমাৰ পৰম উপকাৰ কৰা।

নমো নমো নাৰায়ণ প্ৰসন্ন হয়োক হৰি
কৰিয়োক মায়াক নিৰ্য্যাণ।
আপোনাৰ মহিমাক আপুনি বেকত কৰি
জীৱক কৰিয়ো পৰিত্ৰাণ।।৬৮

হে নাৰায়ণ, তুমি মোক দয়া কৰি মায়া মুক্ত কৰা, তোমাৰ মহিমাৰে জীৱক পৰিত্ৰাণ কৰা।

তোমাৰ মায়ায়ে হৰি কপট গুণক ধৰি

মুহি আছে আমাক সমূলি।
গুচায়োক মায়া স্বামী তোমাৰ চৰণে আমি
ভজিলোহো জয় জয় বুলি।।৬৯

তোমাৰ মায়াৰ জালে আমাক সম্পূৰ্ণ কৈ গ্ৰাস কৰি থৈছে। তোমাৰ চৰণত শৰণ লৈ প্ৰাৰ্থনা জনাও প্ৰভু, তুমি মোক মায়া মুক্ত কৰা।

মই অনাথক দায়া কৰহু পৰমানন্দ
দাস বুলি ধৰিয়ো মনত।
থৈয়ো নিজ ভৃত্যৰ সঙ্গত।
অঙ্গলি মুখত কৰো দান্তে তৃণ তুলি ধৰো
কেশ ছিণ্ডি দিওঁ চৰণত।।৭০

হে ভগৱান, দয়া কৰি মোক তোমাৰ দাস্ বুলি পৰিচয় দি তোমাৰ দাসৰ লগত সংস্থাপন দিয়া। আঙুলি মুখত থৈ, দাঁতেৰে তৃণ কুটা কামুৰি ধৰি শপত লৈ, শিৰৰ চুলি ছিণ্ডি তোমাৰ চৰণত অৰ্পণ কৰো— তুমি মোক দাস বুলি স্বীকাৰ কৰা।

অপৰাধ বিনাশন তয়ু নাম নাৰায়ণ
জানি নামে পশিলো শৰণে,
আন গতি নাহিকে মৰণে।
অপৰাধ ক্ষমা কৰি তুমি দয়াশীল হৰি
মোক ৰক্ষা কৰিয়ো চৰণে।।৭১

তোমাৰ নামে অপৰাধ নাশ কৰিব পাৰে — সেই হেতু তোমাৰ নামত শৰণ ল'লো, কাৰণ নাম বিনে আন গতি নাই। অপৰাধ মাৰ্জনা কৰি তোমাৰ দয়াৰে মোক ৰক্ষা কৰা — মই তোমাৰ চৰণত শৰণ ল'লো।

## (৬) অনুনাথনা

তোমাৰেসে অবিদ্যায় আমাক মুহিলে হৰি
নজনাহো তোমাৰ তত্ত্বক।
তোমাৰ চৰণে হৰি শৰণ পশিয়া সাৰ
কৰিলোহো তোমাৰ নামক।।৭২

তোমাৰ সৃষ্ট অবিদ্যাত মোহ গৈ তোমাৰ তত্ত্বক নুবুজিলোঁ। তোমাৰ নামক সৰ্বোত্তম বুলি ভাবি, তাকে গ্ৰহণ কৰি তোমাৰ চৰণত শৰণ ল'লো।

হে কৃষ্ণ তুমি মাত্ৰ চৈতন্য স্বৰূপ নিত্য
সত্য শুদ্ধ জ্ঞান অখণ্ডিত।
আৰৰ যতেক ইটো তোমাৰ বিনোদ ৰূপ
চৰাচৰ মায়াৰ কল্পিত।।৭৩

হে কৃষ্ণ তুমিয়েই মাত্ৰ নিত্য সত্য শুদ্ধ, চৈতন্য আৰু জ্ঞান সম্পূৰ্ণ। ইয়াৰ অন্য তোমাৰ যি বিনন্দীয়া ৰূপ সি সকলো তোমাৰ মায়াময় সৃষ্টি।

তযু গুণ নাম হৰি কেবল নিগুৰ্ণ মাত্ৰ
আৰৰ সমস্তে গুণময়।
এতেক জানিয়া হৰি তোমাৰ নামক মাত্ৰ
কৰিলোহো সাৰ কৃপাময়।।৭৪

হে প্ৰভু তুমি নিগুৰ্ণ, সংসাৰৰ আন সকলো গুণময়। সেই কথা জানিয়েই কেবল তোমাৰ নামকে সাৰ জ্ঞান কৰিলো।

## (৭) মহিমা

কৃষ্ণ পদ পঙ্কজৰ সেৱাৰ মহিমা কথা
শুনি বৰ আনন্দ বিলয়।
যাৰ ভকতৰ সঙ্গে সৰ্ব্ব পুৰুষাৰ্থ শিৰে
চৰি আতি কৌতুক কৰয়।।৭৫

হে ভগবান তোমাৰ পদ্ম চৰণ যুগলৰ মহিমাৰ কথা শুনি অতিশয় আনন্দ পাওঁ। তেওঁ ভকতৰ সঙ্গত সৰ্বাগ্ৰে অৱস্থান কৰি আনন্দ পায়।

যদি ভৱ-ভয় ভঙ্গ মনে ইচ্ছা কৰা ভাই
সাধু সঙ্গ সদা কৰা সাৰ।
এক ক্ষণ মানে মাত্ৰ কেবল সাধুৰ সঙ্গে
হোৱে নাও ভৱ তৰিবাৰ।।৭৬

যদি সংসাৰৰ ভয়মুক্ত হ'ব খোজা, তেন্তে সদায় সাধুৰ সঙ্গ ল'বা। যদি ক্ষণো

সাধুৰ সঙ্গতন থাকা সেয়ে ভগবানৰ তৰিবৰ নাও বা তৰিৰ নাম কৰে।

হৰি কীৰ্তনত মহা  আনন্দ সুখক আশে
কতো কতো সব মহাজনে
মুকুতি সুখক তেজি  মহন্ত জনৰ সঙ্গ
খোজে আতি কৃষ্ণৰ চৰণে৭৭ ।।

হৰিৰ কীৰ্ত্তন কৰি মহা সুখৰ আশাত অনেক সাধু সন্তই মুক্তি সুখকো ত্যাগ কৰি কৃষ্ণৰ চৰণত আপোনাক অৰ্পণ কৰে।

কিন্তু ইটো মহাধৰ্ম  মাধৱৰ জন্ম কৰ্ম
বেদে যাৰ নজানে মহিমা।
হৰি নাম কীৰ্ত্তনত  মিলে মোক্ষ আদি য'ত
কীৰ্ত্তন সুখৰ নাহি সীমা।।৭৮

মাধৱৰ জন্ম বা কৰ্ম বৃত্তান্ত বেদেও নাজানে। এই মহাধৰ্মৰ মহিমাৰ ফলত মানুহৰ মুক্তি প্ৰাপ্ত হয়, কেৱল হৰিনামৰ যোগেদি। এই কীৰ্ত্তন-কৰ্মৰ সুখৰ সীমা নাই।

মধুৰৰো সুমধুৰ  হৰিৰ কীৰ্ত্তন ৰস
মঙ্গলৰো পৰম মঙ্গল।
এতেকেসে মুকুতিকো  তেজি হৰি গুণ গায়া
ফুৰে মহা মহন্তসকল।।৭৯

হৰি নাম পৰম মঙ্গলময়, সুমধুৰ। সেই কাৰণেই মুক্তিকো নেওচি জ্ঞানীজনে হৰিৰ গুণানুকীৰ্ত্তন কৰি ফুৰে।

পৰম নিপুণ সবে  বুজিয়া শাস্ত্ৰৰ তত্ত্ব
হৰিপদ পঙ্কজে ভজিয়া।
হৰি কীৰ্ত্তনৰ মহা  নিৰ্ভয় আনন্দে মজি
থাকে সুখে মুকুতি তেজিয়া।।৮০

বিজ্ঞ সকলে শাস্ত্ৰৰ তত্ত্ব বুজে বাবেই হৰিৰ পাদ-পদৰ ভজন কৰে। তেনেলোকে হৰিনামৰ কীৰ্ত্তন কৰি পৰম আনন্দে আৰু নিৰ্ভয়ে কাল যাপন কৰে।

গোবিন্দৰ নাম গুণ  কীৰ্ত্তন কৰন্তে জানা
কিঞ্চিতেকো নাহিকে প্ৰয়াস।

গুণ লুব্ধ প্ৰভু হৰি কীৰ্ত্তন কৰন্তে আসি
হৃদয়ত হোৱন্ত প্ৰকাশ।।৮১

যাৰ গোবিন্দৰ নাম গুণ লোৱাৰ প্ৰতি অকনো ইচ্ছা নাই, সিও যদি আহি হৰি কীৰ্ত্তন কৰে, তেওঁৰ হৃদয়তো ভগৱন্তই স্থিতি লয়।

যি সব চতুৰ নৰে মাধৱৰ নাম গুণ।
কীৰ্ত্তন কৰন্ত সাৱধানে।
দেৱৰ দেৱতা হৰি তাহাৰ হৃদয় এৰি
যাইবাক নপাৰে আন স্থানে।।৮২

যি সকল বুদ্ধিদীপ্তলোক তেওঁলোকে মাধৱৰ গুণাকীৰ্ত্তন সাৱধানে কৰে। আৰু সেয়ে তেনেলোকৰ হৃদয় ত্যাগ কৰি দেৱৰো দেৱতা হৰি কলৈকো যাব নোৱাৰে।

যিটো দেৱ ভগৱন্ত বেদে যাক নজানন্ত
তেন্তে নিজ কীৰ্ত্তনত বৈশ্য।
জানি মাধৱৰ নাম কীৰ্ত্তন কৰিয়ো সদা
ইটো সবে শাস্ত্ৰৰ ৰহস্য।।৮৩

যি ভগৱন্ত প্ৰভুক বেদেও নাজানে তেনেজন মাধৱ আপোন কীৰ্ত্তনত দাস বা বশ। সেই কথাকে সাৰোগত কৰি, সকলো শাস্ত্ৰৰ ৰহস্য ভগৱন্তৰ কীৰ্ত্তন নিতৌ কৰা।

হৰি ভক্তি সৰোবৰ সন্তোষ অমৃত জলে
কৃষ্ণ পাদ-পদ্ম প্ৰকাশয়।
ৰাম নাম ৰাজহংস ছানিয়া আৱাৰ কৰে
শুনি অতি কৌতুক মিলয়।।৮৪

হৰি ভক্তি সৰোবৰত কৃষ্ণৰ পাদ-পদ্মৰ প্ৰকাশ হয়, তাতে ৰাম নাম ৰাজহংসই জলকেলি কৰি আৱাত কৰে আৰু সি অত্যন্তই ৰসযুক্ত আৰু কৌতুকময়।

সমস্তে তীৰ্থত স্নান কৰিলেক সৰ্ব যজ্ঞ
দীক্ষিত ভৈলোক যিটো জন।
সমস্ত দানৰ ফল সি সি জন পাইলে আতি

যিটো কৰে হৰিৰ কীৰ্ত্তন।।৮৫

সমস্ত তীৰ্থত স্নান কৰা, নানান যতে সমাপন কৰা বা অন্যত্ত দীক্ষিত হোৱা লোকৰ ফলতকৈ হৰি কীৰ্ত্তন কৰোতাজনৰ ফল অনেক বেছি। অৰ্থাৎ হৰি কীৰ্ত্তন কৰোতাজনে সমস্ত কৰ্মৰ ফল হৰি ভজিয়ে প্ৰাপ্ত কৰে।

মাধৱে বোলন্ত মোক কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি
সদায় সুমৰে যিটোজনে।
জলহন্তে যেন পদ্ম নৰকৰ পৰা তাক
আপুনি উদ্ধাৰো ৰঙ্গ মনে।।৮৬

জলৰ পৰা পদুম পাৰলৈ অনাৰ দৰে এই পাপীষ্ঠজনক নৰকৰ পৰা আনন্দ মনে তুলি আনে যিজনে মোক কৃষ্ণ কৃষ্ণ বুলি সদায় সোঁৱৰণ কৰে।

যদ্যপি দুৰ্জন কলি হৰিৰ ভকতি পথ
কবিলোক বিৰল প্ৰচাৰ।
একান্ত শৰণে যিটো শ্ৰৱন কীৰ্ত্তন কৰে
ওচৰো নচাপে কলি তাৰ।।৮৭

দুজন বা পাষণ্ড কলিয়ে হৰি ভক্তিৰ কথা যদিও প্ৰচাৰ নকৰিলে, তথাপি যি হৰিৰ নাম শ্ৰৱন-কীৰ্ত্তন কৰে তেওঁৰ ওচৰলৈ কলি যাব নোৱাৰে।

পৰম পুৰুষ হৰি পৰম কাৰণ প্ৰভু
পৰম ঈশ্বৰ ভগৱন্ত।
সদানন্দ সদাশিৱ সত্য সনাতন হৰি
জয় জয় অচিন্ত্য অনন্ত।।৮৮

ভগৱন্ত প্ৰভু হ'ল পৰম পুৰুষ, পৰম ঈশ্বৰ আৰু সদৌটিৰে মূল। তেওঁ সত্য সদানন্দ অচিন্ত্য অনন্ত আৰু সনাতন। সেয়ে প্ৰভু তোমাক সহস্ৰবাৰ প্ৰণাম কৰো।

## (৮) আত্ম-উপদেশ

হে জিহ্বা সদা তোৰ মধুৰেসে মাত্ৰ প্ৰিয়
জান তই ৰসৰ সাৰক।

আন তেজি নিৰন্তৰে কৰিয়োক মাত্ৰ পান
নাৰায়ণ নাম অমৃতক।।৮৯

হে জিহ্বা তই সদায় মধুৰ বা মিঠা স্বাদহে ভাল পাৱ আৰু ৰসাস্বাদনেই সাৰ বুলি ভাব। পাছে আন সকলো ৰস ত্যাগ কৰি নাৰায়ণ নাম ৰস পান কৰাই অমৃত তুল্য।

হে জিহ্বা সদা তই আমাত নির্দয় ভৈলি
কেনে নোবোলস ৰাম বাণী।
সংসাৰ সাগৰ ইটো হৰিসে সুহৃদ নাৱ
জানি হৰি বুলিয়ো কল্যাণী।।৯০

হে জিহ্বা তই আমাৰ প্ৰতি সদায় নির্দয়, কাৰণ তই ৰাম নাম মুখে নলৱ। সংসাৰ সাগৰ পাৰ হ'বলৈ হৰিনাম নাৱত নুঠিলেই নহয়। তাকে জানি হৰিনাম লোৱা।

হে কর্ণ সদা তোৰ শব্দ মাত্ৰসে প্ৰিয়
তই শব্দ মধুৰ জানস।
কোটি অমৃততোধিক পৰম মধুৰ শব্দ
শুন সদা কৃষ্ণ নাম যশ।।৯১

হে কর্ণ, তই সদায় শব্দহে ভাল পাৱ, তই জান কেৱল শব্দৰ কোমলতা বা মধুৰতাক। কিন্তু কৃষ্ণ নামৰ মহিমা সেই সেই শব্দতকৈ কোটি কোটি গুণ বেছি মধুৰ। সেয়েহে তেওঁৰ নাম শ্ৰৱণ কৰা।

হে মন তোৰ কাম সঙ্কল্প বিকল্প ধর্ম
তেজি মিছা কামনা সকল।
সদায়ে সংকল্প মাত্ৰ কৰিয়ো সুহৃদ মন
কৃষ্ণনাম পৰম মঙ্গল।।৯২

হে মন তই জান কেৱল মিছা কামনাৰ কথা তাক ত্যাগ কৰি সুসংকল্প লৈ পৰম মঙ্গল কৃষ্ণৰ নাম ল।

শুনিয়ো হৃদয় হেৰ ব্ৰহ্মাণ্ড ভিতৰে যত
বস্তু আছে তোক নোজৰয়।
তাক তেজি কৃষ্ণ-নাম অক্ষয় অমৃত পিয়া

সন্তোষক লভিয়ো হৃদয় ।।৯৩

হে হৃদয় শুনা, তোমাক ব্ৰহ্মাণ্ডৰ য'তবোৰ বস্তু আছে সিবোৰে নোজোৰে সেইবোৰ ত্যাগ কৰি অক্ষয় অমৃত কৃষ্ণ-নাম লোৱা আৰু পৰম সন্তোষ লাভ কৰা।

শুনিয়োক বুদ্ধি তোৰ কেৱলে নিশ্চয় ধৰ্ম
তেজি সৱে বিনাশী বিষয়।
সদা শুদ্ধ সুমঙ্গল অক্ষয় কৃষ্ণৰ নাম
তাকে মাত্ৰ কৰিয়ো নিশ্চয় ।।৯৪

হেৰা বুদ্ধি শুনা, সকলো বিনাশী বিষয় কৰ্ম ত্যাগ কৰি নিত্য সুমঙ্গল অক্ষয় কৃষ্ণৰ নাম লোৱা। এই কৰ্মত তোমাৰ মন নিশ্চয়কৈ নিবিষ্ট কৰা

শুন হেৰ অহঙ্কাৰ নিচিন্ত আপোন মাৰ
মিছা অহম্মক তেজিয়ো।
পৰম কৃষ্ণৰ নাম হুয়োক তাহান দাস
সাধু সঙ্গে কৃষ্ণক ভজিয়ো ।।৯৫

হেৰৌ অহঙ্কাৰ শুন, তই মিছা অহঙ্কাৰ দম্ভ ত্যাগ কৰ আৰু আপোনাৰ বিনাশ পথ পৰিহাৰ কৰ। কৃষ্ণৰ দাস হৈ, সাধুৰ সঙ্গ লৈ কৃষ্ণ নাম ল।

শুনিয়োক চিত্ত হেৰ পৰম ৰহস্যবাণী
তুমি শুদ্ধ জ্ঞানৰ আলয়।
কৃষ্ণ নিত্য শুদ্ধ বুদ্ধ পৰম ঈশ্বৰ দেৱ
নছাড়িবা তাহান আশ্ৰয় ।।৯৬

শুন হেৰ হৃদয়-চিত্ত, তুমি শুদ্ধ জ্ঞানৰ আলয় বা ঘৰ। পৰম ঈশ্বৰ সৰ্বতি কাল শুদ্ধ তেওঁ আশ্ৰয় কেতিয়াও পৰিহাৰ নকৰিবি।

কৃষ্ণ নিজ ইষ্ট দেৱ আত্মা প্ৰিয়তম গুৰু
সুহৃদ সোদৰ বন্ধুজন।
কৃষ্ণে মোৰ গতি মতি কৃষ্ণক ভকতি ৰতি
কৃষ্ণ পাৱে নিমজোক মন ।।৯৭

কৃষ্ণ নিজ ইষ্টদেৱ, তেওঁ আত্মাৰ গুৰু আৰু পৰম বান্ধৱ। তেওঁৱেই মোৰ গতি মতি, তেওঁতেই মোৰ মন ; তেওঁতে মোৰ মন নিবিষ্ট হওক।

## (৯) আত্ম নিন্দা

শান্ত চিদানন্দ শুদ্ধ অনন্ত মহিমান্বিত
নির্মল তৰঙ্গচয় হীন।
হেনয় পৰমানন্দ অমৃত সাগৰে মজি
আচান্ত নকৰে বুদ্ধি ক্ষীণ।।৯৮

তৌহীন মহিমান্বিত শুদ্ধ শান্ত চিদানন্দ, পৰমানন্দ ভগৱান অমৃত সাগৰত মজি থাকে। তেওঁ কেতিয়াও বুদ্ধি ভ্ৰষ্ট নকৰে।

হে হৰি সাৰশূন্য মৃগ তৃষ্ণার্নব জলে
শ্ৰান্ত হুয়া মহামোহ পাওঁ।
স্নান পান আচমন কৰোহো ৰমন তাত
কতোহো উপঙ্গো তল যাওঁ।।৯৯

হে হৰি, মৃগতৃষ্ণা বা মৰিচিকাৰ চলনাত পৰি মোহ গৈ শ্ৰান্ত হওঁ। তাতেই স্নান, পান, ৰমন কৰি কতবাৰ যে ওপঙো আৰু তলযাওঁ।

## (১০) বস্তু প্ৰকাশ

পৰম অমূল্য ৰত্ন হৰিৰ নামৰ পেৰা
অতি গুপ্ত স্বৰূপে আছিলা।
লোকক কৃপায়ে হৰি শঙ্কৰ স্বৰূপে আসি
মুদ ভাঙ্গি সমস্তকে দিল।। ১০০

পৰম অমূল্য ৰত্ন হৰি নামৰ পেৰা গুপুত হৈ আছিল। হৰিয়ে দয়া কৰি শঙ্কৰ স্বৰূপে বসুধালৈ আহি সেই গুপুত হৰি নামৰ পেৰা ভাঙি সৰ্বজনকে দি ধন্য কৰিলে।

হৰি নাম প্ৰেম ৰস অমৃত নিধিক বান্ধি
গুপ্ত কৰি থৈল দেৱ গণে।

দয়ালু শঙ্কৰে পাই তুলি মুদ ভাঙ্গি দিলা
সুখ পান কৰে সৰ্বজনে।।১০১

দেৱতা সকলে চক্ৰান্ত কৰি হৰি নামৰ অমৃত ভাণ্ডাৰ লুকুৱাই ৰাখিছিল। মহাক্ৰান্তি দয়ালু শঙ্কৰে সেই পেড়া খুলি দিলে আৰু সকলোৱে আনন্দ মনে তাক পান কৰিলে।

হৰিনাম গুপ্ত ভৈল মনুষ্যত পূজা ৰৈল
বুলি ৰঙ্গ কৰে দেৱ সৰ্বে।
হেন হৰি নাম ধৰ্ম শঙ্কৰে বেকত কৰি
চুৰ কৈল দেৱতাৰ গৰ্ব।।১০২

হৰিনাম গুপুত কৈ থৈ দেৱতা সকলে মনুষ্যৰ পূজা পাম বুলি গৰ্ব কৰি ৰং পাইছিল। দয়ালু শঙ্কৰে তাক বেকত কৰিদেৱতাৰ গৰ্ব ধুলিস্যাৎ কৰিলে।

## (১১) প্ৰশংসা

বেদৰ বিহিত যত আছে ধৰ্ম সংসাৰত
সবে হৰি নামৰ কিঙ্কৰ।
হেন জানি যিটোজনে নামৰ কীৰ্ত্তন কৰে
সেহিসে পৰম সাধু নৰ।।১০৩

বেদ বিহিত যিমান ধৰ্ম আছে সেই সকলোবোৰ হৰিনামৰ কিঙ্কৰ বা দাস। সেই কথাষাৰ জানি যিজনে সংসাৰত হৰি নামৰ কীৰ্ত্তন কৰে তেওঁৱেই সাধু বা মহন্ত জন।

## (১২) অনুধিতা

হৰিৰ গৃহৰ দ্বাৰে বেত্ৰৰ প্ৰহাৰ যোগ্য
ব্ৰহ্মা ইন্দ্ৰ আদি দেৱজাক।
হেনয় দ্বাৰত বেত্ৰ প্ৰহাৰ পাইবাৰ যোগ্য
হওঁ আমি কিমান বৰাক।।১০৪

ব্ৰহ্মা, ইন্দ্ৰ আদি দেৱতাসকলো ঈশ্বৰৰ গৃহৰ দুৱাৰত প্ৰহাৰ যোগ্য অৰ্থাৎ তেনেই তুচ্ছ। তেনে ঠাইত, আমিনো কি ডাঙৰ মানুহ যে বেতৰ প্ৰহাৰৰ যোগ্য নহ'ম।

## (১৩) নাম

অচ্যুত কেশৱ বিষ্ণু হৰি সত্য জনাৰ্দ্দন
হংস নাৰায়ণ অষ্ট নাম।
পৰম মঙ্গল ৰূপ যিটো অহৰ্নিশে লৱে
তাৰ পূৰ্ণ হোৱে মনস্কাম।।১০৫

ভগৱানৰ অষ্ট নাম অৰ্থাৎ অচ্যুৎ, কেশৱ, বিষ্ণু, হৰি, সত্য, জনাৰ্দন হংস আৰু নাৰায়ণ, যি নিৰন্তৰ লয় তেওঁৰ সকলোটি কামনা পূৰ হয়।

## (১৪) পৰমাৰ্থ

মাধৱ মাধৱ নাম বচনত উচ্চাৰয়
মাধৱ মাধৱ হৃদয়ত।
নিৰন্তৰে সাধু সৱে মাধৱ মাধৱ নাম
উচ্চাৰয় সমস্ত কাৰ্য্যত।।১০৬

সাধুসকলে বাক্যলাপৰ পৰত মাধৱৰ নাম লয় আৰু তাক স্থায়ীকৈ হৃদয়ত থাপন কৰে। তেওঁলোকে সকলো কামৰ সময়ত ভগৱানৰ নাম উচ্চাৰণ কৰে।

পৰম মঙ্গল ৰূপ . মাধৱ মাধৱ নাম
যিটো মহাজনে উচ্চাৰয়।
তাৰ অমঙ্গল ৰূপ শুচয় সংসাৰ ভয়
মাধৱক নিকট পাৱয়।।১০৭

মাধৱৰ নাম পৰম মঙ্গলকামী। যি সাধু পুৰুষে তেওঁৰ নাম লয়, তেওঁ ভগৱানক তেনেই ওচৰতে পায়।

দুঃস্বপ্ন নাশন ইটো মাধৱ মাধৱ নাম
দুষ্ট গ্ৰহ ভয় বিনাশন।
পৰম সম্পদ ৰূপ জানি মাধৱৰ নাম
সৰ্বদায়ে কৰিয়ো কীৰ্ত্তন।।১০৮

মাধৱৰ নাম দুঃস্বপ্ন বিনাশন। তেওঁৰ নাম লৈ অপগ্ৰহকো আঁতৰাব পাৰি। তেওঁৰ নামেই পৰম সম্পদ। সেই কথা মনে জানি তেওঁক নিতৌ প্ৰাৰ্থনা কৰা।

মাধৱেসে আত্মা নিজ মাধৱেসে ইষ্ট গুৰু
মাধৱেসে দেৱতা পৰম।
পৰম ঈশ্বৰ স্বামী জানি মাধৱক ভজা
মনুষ্যৰ ইসে শ্ৰেষ্ঠ ধৰ্ম। ১০৯

মাধৱেই আত্মা আৰু তেওঁৱেই ইষ্ট গুৰু। মাধৱেই পৰম দেৱতা। তেওঁ পৰম দয়ালু আৰু সকলোৰে স্বামী। ঈশ্বৰ সেৱাই মানুহৰ শ্ৰেষ্ঠ ধৰ্ম আৰু সেয়েহে সকলোৱে তেওঁক বন্দনা কৰা উচিত।

পৰম চতুৰ সি সি বুদ্ধিত কুশল আতি
যিটো মাধৱৰ গুণ গাৱে।
মিছা কলেৱৰ গোটে মুকুতি বণিজ কৰি
ভৱ তৰি মাধৱক পাৱে।।১১০

যিসকল বুদ্ধিবান তেওঁলোকে ভগৱানৰ নাম লয়। অনিত্য শৰীৰে ভগৱানৰ নাম লৈ মুকুতিৰ বণিজ সম্পন্ন কৰে — কেৱল মাধৱৰ নাম স্মৰণ কৰি।

যিজনে একান্ত চিত্তে মাধৱক ভজি নিজে
ফুৰে মাধৱৰ গুণ গাই।
দুৰ্লভ অমৃত যেন সিজনে কৰিলে পান
মধুৰ পিবক আৰ নাই।।১১১

যি একান্ত মনে মাধৱক ধ্যান কৰি তেওঁৰ গুন গাই সময় অতিবাহিত কৰে, তেওঁ ভগৱানৰ নাম লৈ দুলৰ্ভ অমৃত পান কৰে। তেওঁ জীৱনত আন মধুৰ পিখোৱাৰ সকাম নাই।

ভজ ভাই মাধৱক স্মৰ ভাই মাধৱক

।। কথা নামঘোষা ।। ৩৫ ।।

গাব ভাই মাধবৰ গুণ।

নিচিন্ত আপোন মাৰ মুখে আপোনাক তাৰ

হুয়ো ভাই পৰম নিপুণ।।১১২

হেৰা ভাই, মাধৱত ভজন লৈ তেওঁক স্মৰণ কৰি, তেওঁ গুণ গান গোৱা। আপোনাৰ অহিত নিচিন্তি পৰমেশ্বৰৰ নাম লৈ আপুনি ভব সংসাৰ পাৰ হোৱা।

## (১৫) সাৰ নিৰ্ণয়

ভগৱন্ত ঈশ্বৰৰ গুণ সমূহক যিটো

শুনিতে উদ্যম কৰে নৰ।

তেখনৰে পৰা সিটো জানিবা নিশ্চয় কৰি

ভৈল আতি শুদ্ধ নিৰ্মৎ সৰ।।১১৩

ভগৱন্ত ঈশ্বৰৰ গুণ শুনিবলৈ যি হাবিয়াস কৰে, তেনে ইচ্ছা হোৱাৰ পাছৰ পৰাই তেনেলোক হিংসা শূণ্য হৈ অতিকৈ শুদ্ধ নিৰ্মল হৈ পৰে। সেই কথা ধ্ৰুৰূপ কৈ জানিৱা।

-ঈশ্বৰ কৃষ্ণসে নিষ্ট পৰম আৰাধ্য দেৱ

মোৰ তান নামে নিজ গতি।

হেনয় নিশ্চয় যিটো কৰিলেক নিতে আতি

সি সি জন পৰম সুকৃতি।।১১৪

মোৰ পৰম আৰাধ্য দেৱতা নিশ্চয়কৈ কৃষ্ণ, তেওঁৰ নামেই মোৰ গতি। যিসকলে নিতৌ তেনে কৰে তেওঁলোক পৰম সুকৰ্মৰ অধিকাৰী।

সংসাৰৰ ইন্দ্ৰ কৃষ্ণ তাহান নামক যিটো

অজ্ঞানতো চাণ্ডালে লবয়।

হেনসে পবিত্ৰ সিয়ো জানিবা যজ্ঞত আনি

পাত্ৰ পাতিবাৰ যোগ্য হয়।।১১৫

সংসাৰৰ হৰ্তাকৰ্তা সেইজনাৰ নাম ভুলতো যদি চণ্ডালেও লয়, তেৱোঁ নিশ্চয়কৈ পবিত্ৰ হয়। তেনে লোক সুকৰ্ম কৰিবৰো উপযুক্ত হৈ পৰে।

ৰাম ৰাম ৰাম বাণী পৰম মঙ্গল ৰূপ

যাৰ মুখে সদা প্ৰকাশয়।
চিৰকালে মহাতীৰ্থ করিয়া পবিত্ৰ হোৱে
তাকো কদাচিতো তুল্যনয়।।১১৬

পৰম মঙ্গলময় ৰামনাম যি সদায় লয়, তেওঁ পূণ্য জীৱন যুৰি তীৰ্থ ভ্ৰমন কৰাজনৰ পুণ্যৰ লগতো তুলনা নহয়। অৰ্থাৎ তেওঁ সৰ্বোত্তম।

জগতৰ আশ্ৰয় কৃষ্ণ তাহান অব্যয় স্থান
তাক প্ৰতি যেৱে আছে মন।
ভগৱন্ত ঈশ্বৰৰ চৰণ পঙ্কজে সদা
হুয়ো তেৱে একান্ত শাৰণ।।১১৭

জগতকে আশ্ৰয় দিওঁতা কৃষ্ণৰ প্ৰতি যদি মন আছেই তেওঁৰ পাদ-পদ্মত একান্ত শৰণ লোৱা।

পৰম নিৰ্মল ধৰ্ম হৰি নাম কীৰ্ত্তনত
সমস্ত প্ৰাণীৰ অধিকাৰ।
এতেকেসে হৰিনাম সমস্ত ধৰ্মৰ ৰাজা
এহি সাৰ শাস্ত্ৰৰ বিচাৰ।।১১৮

পৰম পবিত্ৰ নিকা ধৰ্ম হৰিনাম কীৰ্ত্তনত সকলো প্ৰাণীৰে সম অধিকাৰ আছে। সকলো ধৰ্ম শ্ৰেষ্ঠতম ধৰ্মৰ হৰিনাম কীৰ্ত্তন — এয়ে শাস্ত্ৰৰ বিচাৰ।

বৰ্ণাশ্ৰম ধৰ্ম যত যাত যেন বিধি আছে
তাৰেসে কেৱল অধিকাৰ।
হৰিনাম কীৰ্ত্তনৰ নাহিকে নিয়ম একো
এতেকেসে ধৰ্ম মাজে সাৰ।।১১৯

বৰ্ণাশ্ৰম ধৰ্মত যাৰ যেনেকুৱা বিধি আছে সেই অনুক্ৰমেহে কেৱল অধিকাৰ থাকে। হৰিনাম কীৰ্ত্তনৰ তেনে বিশেষ একো নিয়ম নাই। সেয়েহে ই সকলো ধৰ্মৰ মাজত সাৰ বা শ্ৰেষ্ঠ।

## (১৬) হৰবাৰ

অধমে কেৱল দোষ লৱয় মধ্যমে গুণ
দোষ লৱে করিয়া বিচাৰ।

উত্তমে কেৱলে গুণ লবয় উত্তমোত্তমে
অল্প গুণ কৰয় বিস্তাৰ।।১২০

অধমে কেৱল দোষ আৰু মধ্যমে ভাল-বেয়া বিচাৰ কৰি ভালটো লয়। উত্তম সকলে কেৱল গুণ আৰু উত্তমৰো উত্তম জনে অৰ্থাৎ সৰ্বশ্ৰেষ্ঠতম জনে অল্প বা অলপকৈ সৰহকৈ বঢ়াই গ্ৰহণ কৰে।

দোষৰ সাগৰ কলি তাকে পৰীক্ষিত ৰাজা
গুণ দেখি কৰিলা ৰক্ষণ।
মহাপাপী অন্ত্যজাতি তৰয় কলিত সুখে
মুখে কৰি হৰিৰ কীৰ্ত্তন।।১২১

দোষৰ মূল হ'ল কলি। ৰজা পৰীক্ষিতে তেওঁৰ গুণ দেখি ৰক্ষণাবেক্ষণ দিলে। সেই কলিৰ পৰা পাপী অন্ত্যজাতিয়েও হৰিৰ নাম লৈহে ৰক্ষা পায়।

অবিদ্যা জনিত সুখ সত্য লোক আদি কৰি
আতি নিৰপেক্ষ নিৰন্তৰ।
কেৱলে চিদাঙ্গ শুদ্ধি কৰণেসে মাত্ৰ জানা
পুৰুষাৰ্থ মুমুক্ষজনৰ।।১২২

কেৱল চিত্ত শুদ্ধ হ'লেহে মুমক্ষ জনৰ জন্ম সফল হয়। অবিদ্যাজনিত সুখ সকলোতে (সত্যলোক আদি কৰি) অতিকৈ নিৰপেক্ষ নিৰন্তৰ। ইয়ালৈ কাৰোৰ স্পৃহা নাই।

বিদ্যা অবিদ্যা জন্য সুখে নিৰপেক্ষ হুয়া
কৰিলে আপোন মন স্থিৰ।
সকল জগত ইটো বাসুদেৱময় মাত্ৰ
পুৰুষাৰ্থ জানিবা জ্ঞানীৰ।।১২৩

বিদ্যা বা অবিদ্যাৰ কাৰণে সুখৰ প্ৰতি নিৰপেক্ষ হৈ আপোনাৰ মন স্থিৰ কৰিলে সমস্ত জগতকে জ্ঞানীজনে বাসুদেৱময় অৰ্থাৎ ঈশ্বৰময় দেখে।

সমস্ত সুখক তেজি পুৰুষোত্তমৰ প্ৰেম
ভকতিক কৰিল আশ্ৰয়।
ভকতসবৰ এহি পুৰুষাৰ্থ মনোনীত
আনো সুখে অধিক পাবয়।।১২৪

পুৰুষোত্তমৰ অৰ্থাৎ ভগৱানৰ প্ৰেমত ভক্তি সহকাৰে যি আশ্ৰয় লয় সকলো সুখক পৰিহাৰ কৰি ; সেয়ে ভকত সৱৰ অধিক সুখ পোৱাৰ মনোনীত পন্থা বা উপায়।

মুমুক্ষ জনৰ যেৱে অবিদ্যাজনিত সুখে
বিৰকতি ভৈল আতিশয়।
কেৱলে আত্মাত মাত্ৰ সদায় ৰমন কৰে
তেৱে বিধি কিঙ্গৰ গুচয়।।১২৫

মুক্তি পাবলৈ বাঞ্চা কৰাজনে অবিদ্যা সুখত বিৰক্ত হৈ কেৱল আত্মাত ৰমন কৰে বা ধ্যানস্থ হয় আৰু তেতিয়াই ভগৱন্ত প্ৰাপ্ত হয়।

জ্ঞান- নিষ্ঠজনে বিদ্যা অবিদ্যাজনিত দুয়ো
সুখে বিৰকতি ভৈল যেৱে।
বাসুদেৱময় মাত্ৰ দেখয় জগত ইটো
বিধিৰ কিঙ্কৰ গুচে তেৱে।।১২৬

জ্ঞানীজনৰ যেতিয়া বিদ্যা-অবিদ্যাজনিত দুয়োটিৰ সুখতে বিৰক্তি জন্মে, তেতিয়াই তেওঁ ,সৰ্মময় জগতত ঈশ্বৰময় ৰূপ দৰ্শন কৰি পৰম ধন্য হয়।

পুৰুষোত্তমৰ প্ৰেম ভকতি সুখক মাত্ৰ
নিশ্চয় কৰিল যিটো জন।
শৰণ কালৰ পৰা বিধিৰ কিঙ্কৰ গুচি
কৰে সদা শ্ৰৱণ কীৰ্ত্তন।।১২৭

যিজনে ভগৱত প্ৰেমকেই জীৱনৰ লক্ষ্য বুলি নিৰ্ণয় কৰে, তেওঁ ভগৱন্ত ঈশ্বৰৰ দাস হৈ সদায় শ্ৰৱণ-কীৰ্ত্তনত আপোনাক অপৰ্ণ কৰে।

ভাৰত ৰত্নৰ দ্বীপ মনুষ্য শৰীৰ নৌকা
ৰামনাম মহাৰত্ন সাৰ।
হেনয় বণিজ্য পাই যিটোজন নকৰয়
তাত পৰে দুখী নাহি আৰ।।১২৮

স্বৰ্ণময় ভাৰত ভূমিত ৰাম নামেই মহা ৰত্ন পৰম ধন। ইয়াত জন্ম লৈ মনুষ্যৰূপী নৌকাত উঠি অৰ্থাৎ ভগৱানৰ নাম লৈ মুক্তি পাব পাৰি। তেনে বাণিজ্য সুবিধা পায়ো যিজনে তাৰ সুবিধা নলয় তেওঁতকৈ দুখী আৰু কোনো নাই।

## (১৭) প্ৰাৰ্থনা

তুমি চিত্তবৃত্তি মোৰ প্ৰবৰ্তক নাৰায়ণ
তুমি নাথ ময়ো নাথৱন্ত।
চৰণৰ ছত্ৰ ছায়া দিয়া দূৰ কৰা মায়া
কৰা দয়া মোক ভগৱন্ত।।১২৯

হে নাৰায়ণ তুমি চিত্তবৃত্তি অৰ্থাৎ মোৰ মানসিক ধ্যান, মোৰ স্ৰষ্টা আৰু মোৰ দৰে অনাথৰ নাম। দয়া কৰি প্ৰভু, তোমাৰ চৰণত থান দি মোহমুক্ত কৰা।

তুমি মোৰ অন্তৰ্য্যামী তযু ভৃত্য ভৈলো আমি
জানি কৃপা কৰা হৃষীকেশ।
দান্তে তৃণ তুলি লওঁ যি মতে সেৱাতে ৰওঁ
দিয়ো মোক সেহি উপদেশ।।১৩০

হে প্ৰভু তুমিম অন্তৰ্য্যামী,মই তোমাৰ চৰণত শৰণ লৈ তযু দাস হ'লো। দয়া কৰি তুমি মোক আশীৰ্বাদ দিয়া। তোমাত মই মোক অৰ্পণ কৰিলো। সেই মতে যেন সদায় তোমাৰ সেৱাত থাকিব পাৰো। তাৰ বাবে আশীৰ্বাদ, উপদেশ দিয়া।

তুমি ভক্ত কল্পতৰু বাহিৰে ভিতৰে গুৰু, তুমি বিনে নাহি মোৰ আৰ।
কৃপা কৰা হে হৰি চৰণত ৰক্ষা কৰি দিয়া মোক সেৱা ৰস সাৰ।।১৩১

হে প্ৰভু তুমি ভকতৰ বাঞ্চিত ফল দিয়া গছ, তুমি মোৰ একান্ত আৰু সৰ্বময় গুৰু। তোমাৰ অবিহনে মোৰ আন কোনো নাই। মোক তোমাৰ দয়াৰে উপকৃত কৰি, তোমাৰ চৰণত এধানি ঠাই দি, তোমাৰ চৰণ চিন্তিবলৈ দিয়া।

তুমি হৰি কৃপাময় বাহিৰত গুৰু-ৰূপে
অনুগ্ৰহ কৰি আছা মোক।
অন্তৰ্য্যামী গুৰুৰূপে তাকে সত্য কৰা মোৰ
তযু নামে সদা ৰতি হৌক।।১৩২

হে প্ৰভু, তুমি মোৰ গুৰুৰূপে সৰ্বতি কাল অনুগ্ৰহ কৰি আছা। তুমি অন্তৰ্য্যামী গুৰুৰূপে আমাক দয়া কৰি তোমাৰ চৰণত সদায় মন নিৱিষ্ট থাকিবলৈ আশীষ দান কৰা।

হে কৃষ্ণ বাসুদেৱ দৈৱকী নন্দন হৰি
নমো নন্দ গোপৰ কুমাৰ।
কৃপাময় শ্রীগোবিন্দ তযুপদ অৰবিন্দ
কৰো মই লক্ষ্য নমস্কাৰ।।১৩৩

হে কৃষ্ণ, দৈৱকীৰ নন্দন, তুমি বাসুদেৱ, নন্দৰ কুমাৰ; তোমাক নমস্কাৰ কৰো। তুমিয়ে দয়াৰ সাগৰ শ্রীগোবিন্দ, তোমাক লক্ষ্যকোটি নমস্কাৰ। তোমাৰ পদ্ম চৰণত আমাৰ শিৰ নত কৰোঁ।

পদ্ম সম নাভি যাৰ প্রাণামোহা বাৰম্বাৰ
নমো দিব্য পদ্মমাল্যধাৰী।
নমো পদ্ম সম নেত্র পদ যাৰ শতপত্র
নমো ভকতৰ ভয়হাৰী।।১৩৪

যাৰ নাভি পদ্ম সমান, যি পদ্ম মালাধাৰী তেওঁক বাৰম্বাৰ নমস্কাৰ কৰো। যাৰ চৰণ যুৰি পদুমৰ দৰে, নয়ন যাৰ কমল সম, যি জনা ভকতৰ ভয়হাৰী তেওঁক প্রণাম জনাওঁ।

বাসুদেৱ-সুত কৃষ্ণ তুমি ভকতৰ ইষ্ট
কংস চানুৰাদি বিমৰ্দন।
দৈৱকী হৃদয়ানন্দ জগতৰ গুৰু কৃষ্ণ
তযু পাৱে কৰহো বন্দন।।১৩৫

বসুদেৱৰ পুত্র হে কৃষ্ণ, তুমি ভকতৰ ইষ্ট গুৰু আৰু কংস চানুৰ আদি দুষ্ট জনৰ নিধন কাৰক। দৈৱকীৰ হৃদয় জুৰোৱা জগতৰ গুৰু কৃষ্ণ, তোমাৰ চৰণত আমি বন্দনা কৰো।

মোৰ সম পাপী লোক নাহিকে ই তিনিলোক
তুমি সম নাহি পাপহাৰী।
ই জানি গোবিন্দ মোক যেন যুৱাই কৰিয়োক
তুৱা পদে কৰোহো গোহৰি।।১৩৬

হে প্রভু ! এই তিনিলোকত মোৰ সমান আন কেও পাপী নাই। এই তিনিলোকত তোমাৰ মান পাপহাৰী কোনো নাই। ইয়াকেই জানি মই তোমাৰ চৰণত কাকুতি কৰো — তুমি যি কৰা উচিত তাকে কৰা।

সহস্ৰ সহস্ৰ আতি অপৰাধ দিনে ৰাতি
কৰো মই মহামূঢ় জন।
আমি প্ৰভু তযুদাস আকে জানি জগবাস
ক্ষমিয়োক শ্ৰীমধুসূদন।।১৩৭

মই মহা মূৰ্খই দিনে ৰাতিয়ে সহস্ৰ অপৰাধ কৰোঁ, তাকে জানি হে প্ৰভু আমি তোমাৰ চৰণত দাস হলো। হে শ্ৰীমধুসূদন তুমি আমাৰ অপৰাধ মাৰ্জনা কৰা।

ধৰ্ম জানোহো মই তথাপি প্ৰবৃত্তি নাই
অধৰ্মতো নিবৃত্তি নহয়।
হৃদয়স্থিত হুয়া তুমি যেন কৰাবাহা স্বামী
হৃষীকেশ কৰিবো তেনয়।।১৩৮

ধৰ্ম কি তাক মই জানো, তথাপি অধৰ্ম এৰি তালৈ মন নিদিওঁ। আমাৰ হৃদয়ত তুমি স্থিত হৈ হে হৃষীকেশ আমাক ধৰ্মৰ প্ৰতি ধাউতি জন্মোৱা।

নাজানোহো আৱাহন নাজানোহো বিসৰ্জন
পূজা মন্ত্ৰ নাজানো কিঞ্চিত।
এতেকে পৰমেশ্বৰ দাস ভৈলো চৰণৰ
মোৰ গতি সাধিবে উচিত।।১৩৯

হে প্ৰভু মই তোমাক আমন্ত্ৰণ বা বিসৰ্জন দিব নাজানো। পূজা বা মন্ত্ৰও একো নাজানো। সেয়েহে মই তোমাৰ চৰণত শৰণ লৈ দাস হ'লো, তুমি মোক উদ্ধাৰ কৰা।

## (১৮) নামান্বয়

কৃষ হেন শব্দ ইটো পৃথিৱী বাচক ভৈল
ণ আনন্দত প্ৰবৰ্তয়।
দুইৰো এক পদ ভৈলে পৰম ব্ৰহ্ম ৰূপ কৃষ্ণ
নাম আনন্দক মাত্ৰ কয়।।১৪০

'কৃষ' শব্দটি হ'ল পৃথিৱী বাচক আৰু 'ণ' অৰ্থই হ'ল আনন্দ। এই দুয়োৰে অৰ্থাৎ 'কৃষ' আৰু 'ণ' যুক্ত হ'লে পৰম ব্ৰহ্মা কৃষ্ণক বুজায়। ই আনন্দময়।

ঈশ্বৰৰ পদ-সেৱা করন্তে জীৱন য'ত
কৃষতা গুচয় নিৰন্তৰ।
এহি হেতুকে জানা ঈশ্বৰক বুলি কৃষ্ণ
প্ৰসিদ্ধ অন্বয় মনোহৰ।।১৪১

ভগৱানৰ পদ-সেৱা কৰিলে জীৱনত দৌৰ্বল্যতা নিৰন্তৰ দূৰ হয়। সেই কাৰণেই ঈশ্বৰক কৃষ্ণ বুলি কোৱা হয়। এই খ্যাত অন্বয় সঁচাই মনোৰঞ্জক।

নিৰন্তৰ নিজানন্দ সুখ পৰিপূৰ্ণ ৰূপ
অখণ্ড আনন্দ নুগুচয়।
এতেকেসে সদানন্দ নিত্যানন্দ নাম ইটো
ঈশ্বৰক বুলিয় নিশ্চয়।।১৪২

কৃষ্ণ-ব্ৰহ্মা অবিৰতভাবে পূৰ্ণ আনন্দময়। সেই কাৰণেই তেওঁক নিত্যানন্দ সদানন্দ বুলি কোৱা হয়।

ক ই শ পদে ব্ৰহ্মা বিষ্ণু মহেশ্বৰ
প্ৰতি প্ৰতি তিনিওৰে অন্বয়।
ৱ পদে নাৰায়ণে তিনিও আছয় ছান্দি
এহি হেতু কেশৱ বোলয়।।১৪৩

'ক' 'ই', 'শ', পদে 'ৱ' পদৰ লগ হৈ কেশৱ হৈছে। এই কেশৱ শব্দই ব্ৰহ্মা, বিষ্ণু মহেশ্বৰ তিনিওকে আচ্ছন্ন কৰি ৰাখিছে।

ঈশ্বৰ কৃষ্ণৰ পদে সেৱকে জীৱৰ চ্যুতি
গুচয় সংসাৰৰ অদভূত।
এহি হেতুতেসে জানা যতেক মহন্ত সবে
ঈশ্বৰক বোলয় অচ্যুত।।১৪৪

কৃষ্ণৰ চৰণত শৰণ লৈ তেওঁত অৰ্পিত হ'লে সংসাৰৰ দুৰ্ভাৱনা অন্তৰ্হিত হয়। জীৱনৰ পৰা মুক্তি (চ্যুতি) পাব পাৰি। সেই কাৰণেই ভগৱানক অচ্যুত বোলা হয়।

ঈশ্বৰ কৃষ্ণৰ পদ ভজিয়া অধম সবো
অতিশয় হোবয় উত্তম।
এহিহেতুতেসে জানা লোকত প্ৰসিদ্ধ ভৈল
ঈশ্বৰৰ নাম নৰোত্তম।।১৪৫

কৃষ্ণৰ পদ সেৱা কৰি অধম পাপী সকলো উত্তম হয়। এই কাৰণেই ভগৱানক সংসাৰত নৰোত্তম বোলা হয়।

ঈশ্বৰক জানি নৰে ভজিয়া মায়াক তৰে
সিংহ যেন ভ্ৰময় নিৰ্ভয়।
এতেকেসে ঈশ্বৰৰ নাম নৰসিংহ ভৈল
মহাজনসকলো কহয়।।১৪৬

মানুহে ঈশ্বৰক ভজি মায়া মুক্ত হৈ সিংহৰ দৰে জীৱন নিৰ্বাহ কৰে। সেয়েহে ঈশ্বৰৰ নাম নৰসিংহ বুলি জ্ঞানীসকলে কয়।

ঈশ্বৰৰ পদ-পদ্ম ভজি শুদ্ধ চিত্ত হুয়া
অধমো তেজয় বামানয়।
এহি হেতুতেসে হৰি নিৰন্তৰে মহাজন
ঈশ্বৰক বামন বোলয়।।১৪৭

ঈশ্বৰৰ পাদ-পদ্মত শুদ্ধ চিত্তে ভজি অধমজনেও বামানয় অৰ্থাৎ অসৎ পথ, যি পথ দেৱতা আৰু মানুহৰ চলতি পথৰ বিপৰীতে যায় — ত্যাগ কৰে; সেয়েহে জ্ঞানীজনে ঈশ্বৰক বা মন বোলে।

মোক্ষ আদি কৰি সুখ ঈশ্বৰ সেৱাৰ জানা
অনু একো নুহি সমসৰ।
এহি হেতু মহাজনে জানিবা পৰমানন্দ
নাৰ ধৰি আছন্ত ঈশ্বৰ।।১৪৮

ঈশ্বৰ সেৱাৰ সমান মোক্ষ আদি সুখো তেনেই নগণ্য বা তুলনা বিহীন। সেয়েহে সাধু মহন্তজনে ভগৱান পৰমানন্দ — পৰম আনন্দ বোলে।

যিহেতু কৃষ্ণসে আত্মা এতেকেসে জীৱৰাশি
নিৰন্তৰে আনন্দ লভয়।

এহি হেতু সৰ্বানন্দ নাম ধৰি আছা হৰি
মহাজনে জানিবা নিশ্চয়।।১৪৯

কৃষ্ণই যিহেতুকে সকলো জীৱৰে আত্মা, সকলো জীৱই নিৰন্তৰ আনন্দ লাভ কৰে। আৰু সেই কাৰণেই হৰিৰ আন এটি নাম সৰ্বানন্দ। সাধুসকল এইকথা নিশ্চয়কৈ জানিবা।

যি কাৰণে নাৰায়ণে পঞ্চভূতে পঞ্চবৰ্ন
মালা পিন্ধি প্ৰকাশ কৰন্ত।
এহি হেতু নিৰন্তৰে জানিবাহা বৰ্ণমালী
নাম ধৰি আছা ভগৱন্ত।।১৫০

পৃথিৱী, আকাশ, পানী, বায়ু আৰু জুই এই পঞ্চভূতত ভগৱন্তই পঞ্চবৰ্ণৰ মালাপিন্ধি প্ৰকাশময় বা বিৰাজমান হৈ থাকে। সেই কাৰণেই ভগৱানে বৰ্ণমালী নাম লৈ বিদ্যমান হৈ থাকে।

ঈশ্বৰ সেৱাৰ সুখ লভিয়া ইন্দ্ৰিয় জন্য
সুখ জীৱে অধস্কৃত কৰে।
এহি কাৰণত সৱে জানিবাহা অধোক্ষজ
নাম ধৰি আছা দামোদৰে।।১৫১

ঈশ্বৰ সেৱাত ব্ৰতী হৈ জীৱই ইন্দ্ৰিয় সুখ পৰিত্যাগ কৰে আৰু সেই কাৰণেই দয়ালু দামোদৰে অধোক্ষজ নাম লৈ বৰ্ত্তি আছে।

চৈতন্যত কৰি পৰ মায়াত উপজি যত
আছে তাক ৰমাৱন্ত হৰি।
এহিসে কাৰণে জানা পৰম ঈশ্বৰ প্ৰভু
পৰশুৰাম নাম আছা ধৰি।।১৫২

মায়াত মোহিত হৈ যাৰ চেতনা লুপ্ত হৈছে তেওঁকো ভগৱানে আনন্দ দান কৰে। এই কাৰণেই পৰম ঈশ্বৰে পৰশুৰাম নাম লৈ ভকতৰ মাজত স্থিত হৈ আছে।

চৈতন্য শক্তিৰ দ্বাৰে ইটো জড় জগতক
ৰমাৱন্ত কৰ্ম অনুৰূপে।
এতেকেসে ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰাম

নাম আক জানিবা স্বৰূপে।।১৫৩

এই জড়জগতক কৰ্ম অনুসাৰে ভগৱন্ত প্ৰভুৱে দৃষ্টিপাত কৰে বা আনন্দ দান কৰে। এই কাৰণেই ঈশ্বৰৰ পৰম প্ৰসিদ্ধ ৰূপ ৰামনাম বুলি নিশ্চয়কৈ জানিবা।

অনন্ত চৈতন্য আত্মা সদানন্দ ঈশ্বৰত
যোগীজনে সদায়ে ৰময়।
এহি হেতু ৰাম পদে পৰম ব্ৰহ্ম স্বৰূপ
কহে ৰাম নামৰ অন্বয়।।১৫৪

অনন্ত চৈতন্য আত্মা সদানন্দ ঈশ্বৰক যোগীজনে সদায় হৃদয়ত ধ্যান কৰে, ৰামনামে পৰম ব্ৰহ্ম ৰূপক প্ৰকাশ কৰে আৰু ৰামনামৰ অন্বয়ো তাকে বোলে।

## দুলড়ী ছন্দ

### (১৯) নামান্বয়

স্বৰূপ মাত্ৰকে যিহেতু দুৰ্ঘোৰ
সংসাৰ দুখ হৰন্ত।
এহি হেতু বোলে ঈশ্বৰক হৰি
বোলায় মত্ত মহন্ত।।১৫৫

ভগৱান স্মৰণ কৰাৰ লগে লগে সংসাৰৰ দুৰ্ঘোৰ দুখ অন্তৰ্হিত হয় বা হৰণ হয়। এই কাৰণেই ঈশ্বৰক সাধু সকলে হৰি বুলি কয়।

আত্মাৰূপে জানা ইটো জগতত
আছন্ত হুয়া প্ৰৱেশ।
এহি হেতুতেসে ঈশ্বৰক বিষ্ণু
বুলিয় নাম বিশেষ।।১৫৬

এই জগতত ভগৱন্ত আত্মাৰূপে আছে, সেই কাৰণেই ঈশ্বৰক বিষ্ণু বোলে।

ইন্দ্ৰিয় বৰ্গত যিহেতু ঈশ্বৰ
আছন্ত হুয়া প্ৰৱেশ।
এতেকে মহন্ত সকলে বোলয়

ঈশ্বৰক হৃষীকেশ।।১৫৭

সমস্ত ইন্দ্ৰিয় বৰ্গত ভগৱান স্থিত হৈ আছে আৰু সেই বাবেই মহন্ত সকলে ঈশ্বৰক হৃষীকেশ বোলে।

অন্তৰ্য্যামী ৰূপে যিহেতু জীৱক

সুখ-দুখ ভুঞ্জাৱন্ত।

এতেকেসে পৰ আত্মা নাম ধৰি

আছন্ত প্ৰভু অনন্ত।।১৫৮

অন্তৰ্য্যামী ৰূপে ভগৱন্তই জীৱক সুখ বা দুখ ভোগায়। এই কাৰণেই অনন্ত ব্ৰহ্মাই পৰমাত্মা নাম লৈ আছে।

পৰম ঈশ্বৰ স্বৰূপে জীৱৰ

আছন্ত হুয়া আশ্ৰয়।

এতেকেসে তাঙ্ক বুলি নাৰায়ণ

নামৰ দিব্য অন্বয়।।১৫৯

পৰমেশ্বৰ সকলো জীৱৰ আশ্ৰয় স্থল। সেই কাৰণেই তেওঁক নাৰায়ণ বুলি কয়।

অহঙ্কাৰ আদি একোৱে উপাধি

কৰিতে নপাৰে ছন্ন।

এহিসে কাৰণে মহন্ত সকলে

বোলে তাক নিৰঞ্জন।।১৬০

অহঙ্কাৰ আদি একোৱেই যাক টলাব নোৱাৰে, যি সৰ্বময় তেওঁ সেই কাৰণেই নিৰঞ্জন বুলি কয়।

সত্ত্ব ৰজ তম তিনি গুণ বৃত্তি

লুপ্ত তাঙ্ক নকৰয়।

সেহিসে কাৰণে বেদ শাস্ত্ৰগণে

বোলে তাক নিৰাময়।।১৬১

সত্ত্ব ৰজ তম ই তিনি বৃত্তিয়ে তেওঁক লুপ্ত নকৰে সেই কাৰণেই তেওঁক নিৰাময় বোলে।

যতেক প্ৰাকৃত আকাৰ বৰ্জিত
ভৈলন্ত যিহেতু হৰি।
সেহি হেতুতেসে নিৰাজাৰ নাম
আছন্ত ঈশ্বৰে ধৰি।।১৬২

হৰি যিহেতুকে আকাৰ বৰ্জিত, ৰূপহীন সেই কাৰণেই তেওঁক নিৰাকাৰ বোলা হয়।

মা পদে লক্ষ্মী দেৱীক বোলয়
তাহান স্বামী ঈশ্বৰ।
এতেকেসে তাঙ্ক বোলয় মাধৱ
মহাজনে নিৰন্তৰ।।১৬৩

মা পদে লক্ষ্মীদেৱীক বুজায়। সেই লক্ষ্মীদেৱীৰ স্বামী হ'ল ঈশ্বৰ। সেই কাৰণেই বিজ্ঞ সকলে ঈশ্বৰক নিৰন্তৰ মাধৱ বোলে।

জনা পদে মায়া দেৱীক বোলয়
ভক্তৰ মায়া মৰ্দন।
এহি হেতুতেসে জনাৰ্দন নাম
ধৰি আছা ভগৱন্ত।।১৬৪

জনা পদে ভক্তৰ মায়াক মৰ্দন কৰে — মায়া দেৱীৰ পৰা ৰক্ষা কৰে। সেই হেতুকেই নাৰায়ণক জনাৰ্দন বোলে।

মধুমতী মায়া উন্নত কৰায়া
আছে যত জীৱগণ।
ভক্তৰ মায়াক পীড়ন নিমিত্তে
বোলয় মধুসূদন।।১৬৫

মায়াই যত জীৱক উন্নত কৰি ৰাখে যিসকলক ভগৱানে মায়াৰ পৰা মুক্ত কৰি পৰম উপকাৰ কৰে। সেয়ে ভগৱানক মধুসূদন বোলে।

গো পদে বেদ ইন্দ্ৰিয়ক বুলি
কৰন্ত তাকে পালন।
এতেকেসে তাঙ্ক বোলয় গোপাল

জানিবাহা মহাজন।।১৬৬

গো পদে বেদ ইন্দ্ৰিয়ক বুজায় — তাক ভগৱানে পালন কৰে। হেৰা সাধুসকল, সেয়ে তেওঁক গোপাল বোলা হয়।

ইন্দ্ৰ আদি দেৱে গো-ৰ ইন্দ্ৰ পাতি
কৰিলন্ত অভিষেক।
পৰম প্ৰসিদ্ধ গোবিন্দ নামক
ধৰিলা হৰি প্ৰত্যেক।।১৬৭

ইন্দ্ৰ আদি দেৱতাসকলে তেওঁক গো-ৰ ত্ৰাণকৰ্তা বুলি প্ৰণাম কৰিলে। তেতিয়াই তেওঁ গোবিন্দ নাম লৈ ভকত বৃন্দৰ মাজত সমাদৃত হ'ল।

দেশ কালে তাঙ্ক একোৱে প্ৰকাৰে
কৰিতে নপাৰে আদি।
এহি হেতুকেসে ঈশ্বৰৰ নাম
প্ৰসিদ্ধ ভৈল অনাদি।।১৬৯

সময়,ক্ষেত্ৰ,স্থান একোৱে ভগৱন্তক আদি বা প্ৰথম বুলি অভিহিত কৰিব নোৱাৰে। সেয়েই তেওঁ অনাদি বুলি খ্যাত হৈ পৰিল।

যত বেদবাদী বেদক বিচাৰি কৰিতে নপাৰে অন্ত।
এতেকেসে তান পৰম প্ৰখ্যাত হুয়াছে নাম অনন্ত।।১৬৮

যত বেদবাদী বা বেদপন্থী আছে তেওঁলোকেও ভগৱানৰ অন্ত নাপায়। সেয়েহে তেওঁক অনন্ত বোলে।

অধম পুৰুষো হোৱয় উত্তম
ভজিয়া যাৰ চৰণে।
পুৰুষোত্তম নামক ধৰিয়া
আছন্ত এহি কাৰণে।।১৭০

অধমেও তেওঁক বন্দনা কৰি উত্তম হ'ব পাৰে। সেয়েহে ভগবানক পুৰুষোত্তম বোলে।

ক্ষৰ পদ ইটো দেহক বোলয়
অক্ষৰ শবদে ব্ৰহ্মা।

দুইতো কৰি হৰি উত্তম নিমিত্তে

প্ৰখ্যাত পুৰুষোত্তম।।১৭১

ক্ষৰ পদে দেহক আৰু অক্ষৰ শব্দে ব্ৰহ্মক বুজায়। দেহ আৰু ব্ৰহ্ম দুয়োতকৈ উত্তম নিমিত্তে ভগবানক পুৰুষোত্তম বোলে।

প্ৰকৃতি পৰুষ দুইতো কৰি পৰ

দুই হানো নিজ কাৰণ।

পৰম ঈশ্বৰ নামক ধৰিয়া

আছে তাতে নাৰায়ণ।।১৭২

প্ৰকৃতি পৰুষৰ দুয়োটিৰ কাৰণ তেওঁ নিজে। পৰম ঈশ্বৰ নাম লৈ তাতো নাৰায়ণ স্থিত হৈ আছে।

কৰ্ম অনুসাৰে ইটো জগতক

পালন্ত হৰি সাক্ষাত।

এহি হেতুতেসে জগন্নাথ নাম

আছয় হুয়া প্ৰখ্যাত।।১৭৩

কৰ্ম অনুসৰি এই জগতক ভগবানে পালন কৰে। সেয়েহে তেওঁ জগন্নাথ নামেৰে প্ৰখ্যাত হৈ আছে।

ঈশ্বৰৰ সেৱা কৰন্তে জীৱৰ

গুচয় মায়াৰ ভ্ৰম।

ব্ৰহ্মা পদে শুদ্ধ জীৱক বুলিয়

ঈশ্বৰ পৰম ব্ৰহ্মা।।১৭৪

ঈশ্বৰ সেৱা কৰিলে জীৱৰ মায়াৰ ভ্ৰম দূৰ হয়। পৰম ব্ৰহ্মাৰ চৰণত জীৱৰ শুদ্ধি হয়।

অন্তৰ্য্যামী ৰূপে জীৱ আদি কৰি

নিয়মন্ত সমস্তক।

এহি হেতুতেসে পৰমাত্মা পদে

বুলি জানা ঈশ্বৰক।।১৭৫

ভগৱানে জীৱৰ সকলো জানি (অন্তৰ্যামী ৰূপে) সমস্ত জীৱক

নিয়ন্ত্রণ কৰে। সেই কাৰণেই ঈশ্বৰক পৰমাত্মা বোলে।

ব্ৰহ্মা পৰমাত্মা　　কৰিয়া যিহেতু
ঐশ্বৰ্য্যৰ নাহি অন্ত।
এহি হেতু মহা　　মহন্তসকলে
বোলে তাক ভগৱন্ত।।১৭৬

ব্ৰহ্মাই পৰমাত্মা ৰূপ লৈ সংসাৰক অন্তহীন ঐশ্বৰ্য্যশালী কৰি ৰাখে। সেই কাৰণেই জ্ঞানীসকলে তেওঁক ভগৱন্ত বোলে।

নিজ ভক্ত পদে　　গৰুড়ক ধ্বজ
কৰিলা হৰি যিহেতু।
সেহিসে কাৰণে　　মহন্তে হৰিক
বোলয় গৰুড়কেতু।।১৭৭

গৰুড় তুষ্ট হৈ ভগৱন্তই তেওঁক ধবজ ৰূপে গ্ৰহণ কৰিলে। সেই কাৰণেই তেওঁক মহন্তসকলে গৰুড়কেতু বোলে।

কাল মায়া আহি　　যাহাৰ মনক
কৰিতে নপাৰে কুণ্ঠ।
এহিসে কাৰণে　　ঈশ্বৰৰ নাম
প্ৰসিদ্ধ ভৈল বৈকুণ্ঠ।।১৭৮

কাল মায়াইও ভগৱানৰ মন টলাব নোৱাৰে, সেই কাৰণেই তেওঁক বৈকুণ্ঠ বোলা হয়।

জগতত কৰি　　আছন্ত নিবাস
জগতে তাতে ৰময়।
এতেকেসে তাঙ্ক　　বলি বাসুদেৱ
নামৰ ইটো অন্বয়।।১৭৯

তুমি ব্ৰহ্মময় জগতত ব্যাপ্ত হৈ আছা। জগতে তাতে আপোন পথত চলি আছে। ভগৱানৰ এই গুণৰ কাৰণেই তেওঁক বাসুদেৱ বোলে।

সদানন্দ আত্মা　　চৈতন্য অনন্তে
যিহেতু যোগী ৰময়।

এতেকেসে ৰাম পদে পৰম ব্ৰহ্ম
ৰূপক বুলি নিশ্চয়।।১৮০

যোগী সকলে সদানন্দ আত্মা অনন্ত ব্ৰহ্মাত লীন হৈ থাকে। সেই কাৰণেই ৰাম পদে পৰম ব্ৰহ্মাক বুজায়।

চৈতন্য স্বৰূপে যিহেতু সদায়ে
ৰমাৱন্ত জগতক।
এতেকেসে ৰাম সুমধুৰ পদে
বুলি জানা ঈশ্বৰক।।১৮১

ভগৱন্তই চৈতন্য স্বৰূপে সমগ্ৰ জগতক পালন কৰে। সেয়েহে মধুৰ ৰাম শব্দই ঈশ্বৰক বুজায়।

হৰি পদ সেৱা নকৰে নিমিত্তে
মায়ায়ে বান্ধি ফুৰাৱে।
তাৱত মায়াক নকৰে ৰহিত
শৰণ নলৱে যাৱে।।১৮২

হৰি সেৱা নকৰি যিসকলে মায়াময় জগতত আবদ্ধ হৈ থাকে, তেওঁলোকে হৰিত শৰণ নোলোৱালৈকে মায়াৰ বন্ধনৰ পৰা মুক্তি নাপায়।

## (২০) শৰণ

মই দুৰাচাৰ কেৱলে তোমাৰ
অপৰাধী নাৰায়ণ।
ক্ষমিয়োক হৰি লৈয়ো দাস কৰি
পশিলো হেৰা শৰণ।।১৮৩

হে প্ৰভু, মই দুৰাচাৰী — অপৰাধী। মোক ক্ষমা কৰি তোমাৰ দাস ৰূপে গ্ৰহণ কৰা — মই তোমাৰ শৰণ ল'লোঁ।

হে কৃষ্ণ স্বামী তযু পাৱে আমি
কেৱল শৰণ চাওঁ।
কৰা অনুগ্ৰহ মায়াৰ নিগ্ৰহ
তেৱেসে প্ৰভু এৰাওঁ।।১৮৪

হে প্ৰভু, তোমাৰ চৰণত মই শৰণ প্ৰাৰ্থনা কৰো, দয়া কৰি মোক মায়াৰ পৰা ত্ৰাণ কৰা। মায়াৰ পৰা পৰিত্ৰাণ পাবলৈ কেৱল তোমাৰ শৰণেহে উপায়।

হে যদু পতি মই মূঢ়মতি
নাজানো সেৱা তোমাৰ।
কেৱলে তোমাৰ চৰণ পঙ্কজে
শৰণ কৰিলো সাৰ।।১৮৬

হে যদুপতি, মই মূৰ্খই তোমাৰ সেৱা নাজানো। সেয়েহে মই তোমাৰ পদকমলত শৰণ লওঁ।

পুৰুষ উত্তম পৰম পুৰুষ
পৰম আনন্দ স্বামী।
তদু পাদ-পদ্ম মকৰন্দ আশে
শৰণ পশিলো আমি।।১৮৬

নিত্য আনন্দময় ভগৱান পৰম পুৰুষ, হে প্ৰভু তোমাৰ পাদ পদ্মত আমি শৰণ লওঁ।

প্ৰভু ভগৱন্ত অনন্ত ঈশ্বৰ
প্ৰসন্ন জন তাৰণ।
তুমি প্ৰিয়তম পৰম দেৱতা
জানিয়া লৈলো শৰণ।।১৮৭

হে প্ৰভু, অনন্ত ঈশ্বৰ ! তুমি দুখীয়াক তাৰণ বা ৰক্ষা কৰোতা। তুমি আমাৰ প্ৰিয়তম পৰম দেৱতা আৰু সেই বাবেই তোমাৰ শৰণ ললোঁ।

## (২১) ভজন

জয় জয় জয় কৃষ্ণ কৃপাময়
ভজিলো তোমাৰ পাৱে।
তোমাৰ চৰণ পঙ্কজত মন
মজোক মোৰ স্বভাৱে।।১৮৮

হে দয়াময় কৃষ্ণ তোমাৰ ওচৰত মই শৰণ ল'লো। মোৰ মন যেন তোমাৰ পাদ-পদ্মত নিবিষ্ট হয়।

জয় জয় ৰাম জগত কাৰণ
জগত জীৱন স্বামী।
পৰম দেৱতা জানিয়া তোমাৰ
চৰণ ভজিলো আমি।।১৮৯

হে ঈশ্বৰ তুমি জগতৰ স্বামী ও কাৰণ। তোমাক পৰম দেৱতা বুলি জানি তোমাৰ চৰণত মই ভজিলো।

অনাদি অনন্ত প্ৰভু ভগৱন্ত
ভজো কৰি প্ৰণিপাত।
মুকুতি ৰসকো তেজি মহাজনে
শৰণ লৱে তোমাত।।১৯০

হে প্ৰভু, অনাদি অনন্ত তোমাৰ ভজন লৈ প্ৰণিপাত কৰোঁ। মহন্তজনে মুক্তি ৰসকো ত্যাগ কৰি তোমাৰ শৰণ লয়।

(২২) নমস্কাৰ

নমো কৃষ্ণ দেৱ পাপী বুলি কেৱ
মোক মোৰ নোবলয়।
পতিত-পাৱন জানিয়া তোমাত
আপুনি গৈলো বিক্ৰয়।।১৯১

হে প্ৰভু, মোক পাপী বুলি কোনেও গ্ৰহণ নকৰে। তুমি যি হেতুকে পতিতক উদ্ধাৰ কৰোতা তোমাত মই সম্পূৰ্ণ অৰ্পণ কৰিলোঁ।

নমো হৰি পদ পঙ্কজ যুগল
বিমল সুখ সাগৰ।
অনাদি অনন্ত সন্ত সদাশিৱ
ভগৱন্ত ভয়হৰ।।১৯২

হে প্ৰভু তোমাক নমস্কাৰ জনাওঁ। তোমাৰ পদ-পদ্ম যুগল সুখৰ সাগৰ। তুমি অনাদি অনন্ত ভগৱন্ত ভকতৰ ভয়হাৰী।

মোহ মায়া ৰাগ মদ মল কাম
দম্ভ দ্বেষ আদি ভাৱ।

যি গুৰুজনত ই সব নাথাকে

প্ৰণামো তাহান পাৱ।।১৯৩

যি গুৰু জন মায়া, মোহ, দম্ভ, হিংসা, ৰাগ নৰকগামী কাম ভাৱৰ পৰা মুক্ত তেওঁক মই প্ৰণাম জনাওঁ।

জয় যদুপতি গোপাল গোবিন্দ

যাদৱ মাধৱ ৰাম।

ভকতৰ ধন জীৱৰ জীৱন

কৰোহো পাৱে প্ৰণাম।।১৯৪

হে যদুপতি, তুমি গোপাল, গোবিন্দ, যাদৱ, মাধৱ, ৰাম। তুমি জীৱৰ প্ৰাণ আৰু ভকতৰ ধন। মই তোমাৰ চৰণত প্ৰণাম জনাওঁ।

নমো নিত্যানন্দ জগত কাৰণ

বাসুদেৱ ভগৱন্ত।

নিত্য শুদ্ধ বুদ্ধ কাম অনিৰুদ্ধ

পুৰুষ প্ৰভু অনন্ত।।১৯৫

তুমি জগতৰ কাৰণ, তুমি নিত্যানন্দ বাসুদেৱ ভগৱন্ত। তুমি সদায়েই পৰম জ্ঞানী আৰু অনন্ত।

ৰাম নিৰঞ্জন দানৱ গঞ্জন

ভকতৰঞ্জন দেৱ।

তুমিসে পৰম গুৰু নাৰায়ণ

তুৱা পাৱে কৰো সেৱ।।১৯৬

দানৱ নিধনকাৰী, ভকতৰ প্ৰাণ হে ৰাম, তুমি নিৰঞ্জন। তুমিয়েই পৰম গুৰু হে নাৰায়ণ তোমাৰ চৰণত মই সেৱা কৰো।

## (২৩) উপদেশ

ৰাম কৃষ্ণ নাম ধৰ্ম অনুপাম

হৃদয়ে যিটো সুমৰে।

য'ত মহাপাপ নাম অপৰাধ

সবে মষিমুৰ কৰে।।১৯৭

তোমাৰ ৰামকৃষ্ণ নামেই শ্ৰেষ্ঠতম ধৰ্ম। যি হৃদয়ত সোঁৱৰণ কৰে তেওঁৰ যদি মহাপাপো থাকে সিও মষিমুৰ হয়, নাম অপৰাধো দূৰ হয়।

ঘোৰ সংসাৰৰ ঔষধ হৰিৰ
নামক ত্যেজি সম্প্ৰতি।
আৰৰ কমন উপায়ে পণ্ডিতে
লভিবে আপোন গতি।।১৯৮

ঘোৰ সংসাৰৰ পৰা মুক্তি পোৱাৰ পৰম ঔষধ হৰিনাম ত্যাগ কৰি আন কোন উপায়েৰেনো পণ্ডিতসকলে আপোনগতি লাভ কৰিব।

মোৰ ভক্তিযুক্ত যোগীৰো জানিবা
মোতেসে চিত্ত যাহাৰ।
জ্ঞান কৰ্ম বিনে কেৱল ভক্তিত
পাৱয় সংসাৰ পাৰ।।১৯৯

যোগীৰো হৃদয়ত মোৰ স্থিতি, কাৰণ তেওঁলোকৰ চিত্ত মোতেই অৰ্পিত হৈ থাকে। জ্ঞান কৰ্মতকৈ কেৱল ভক্তিতহে সংসাৰৰ পাৰ পাব পাৰি।

কেৱলে ভকতি পুৰুষক তাৰে
সহায় কাকো নচাৱে।
জ্ঞান কৰ্ম তাৰে তৰিতে নপাৰে
ভকতি নপাৱে যাৰে।।২০০

কেৱল ভকতিয়ে পুৰুষক ৰক্ষা কৰিব পাৰে। সংসাৰ জ্বালাৰ পৰা ৰক্ষা পাবলৈ আন একোৰে প্ৰয়োজন নাই। জ্ঞান-কৰ্ম-দম্ভই মানুহক কেতিয়াও তাৰণ কৰিব নোৱাৰে, যেতিয়ালৈকে ভকতি নহয় তেতিয়ালৈকে সংসাৰ-দুখ নুগুচে।

দুষ্ট কলি সৰ্পে সবাকো দংশিলে
হৰাইল চেতন জ্ঞান।
ইহাৰ ঔষধ সুধা ৰাম নাম
বিনে নাহি নাহি আন।।২০১

মহাদুষ্ট কলি সৰ্পই সকলোকে দংশন কৰি চেতনাহীন কৰি থৈছে। ইয়াৰ পৰা উদ্ধাৰ পাবলৈ ৰামনাম অমৃতৰ বাদে অন্য আন একো ঔষধ নাই।

সফল পুণ্যৰ অবিনাশী ফল

হৰিগুণ-নাম সাৰ।
হৰিক সন্তোষ    কৰাইবাৰ হেতু
নাম বিনে নাহি আৰ।।২০২

সকলো কৰ্মৰ বিনাশহীন ফল হ'ল হৰিনাম। ভগৱন্তক সন্তোষ কৰিবলৈ নাম বিনে আন একো নাই।

বেদে ৰামায়ণে    পুৰাণে ভাৰতে
আদি অধ্য অৱসানে।
হৰিকেসে মাত্ৰ    কহয় নিশ্চয়
জানা তত্ব এহিমানে।।২০৩

বেদ, ৰামায়ণ, পুৰাণ বা মহাভাৰত সৰ্বত্ৰতে আদি, মধ্য বা অনন্ত কেৱল হৰিৰ নামৰ কথাহে কয়। এই যুক্তি নিশ্চয়কৈ জানিবা।

সত্য অসত্যৰ    জড় চৈতন্যৰ
মাজত যিটো প্ৰকাশে।
তাকে বুলি মন    সেহি সিটো পাৱে
যিজনে যাক উপাসে।।২০৪

যিজন সৰ্ব ব্যাপ্ত — সত্য, অসত্য, জড় বা চৈতন্যৰ মাজত প্ৰকাশিত হয় ; তেওঁত অৰ্পণ কৰিলে যিজনে যি বিচাৰে তাকেই পাব পাৰে।

মায়া আদি কৰি    সমস্তে অসন্ত
জানিবা জড় নিশ্চয়।
হৰি মাত্ৰ সত্য    চৈতন্য ঈশ্বৰ
পৰম তত্ত্ব নিৰ্ণয়।।২০৫

মায়া আদি কৰি সকলোটি জড় — চেতনাহীন। ঈশ্বৰহে পৰম চেতনাময়। ইহে পৰম সত্য।

বাসুদেৱ বাসুদেৱ    বাসুদেৱ
বুলিয়া যিটো সুমৰে।
সিটো পুৰুষৰ    জানা যমৰাজ
লিখন মাৰ্জন কৰে ।।২০৬

যি বাসুদেৱ বাসুদেৱ বুলি হৰিক স্মৰণ কৰে, তেওঁক যমৰজাইও বিধিগত লিখনৰ পৰা ৰেহাই দিয়ে।

দিব্য সহস্ৰেক নাম তিনিবাৰ
পঢ়ি পাৱে যিটো' ফল।
একবাৰ কৃষ্ণনাম উচ্চাৰিলে
পাৱয় তাক সকল।।২০৭

তিনি হাজাৰবাৰ পঢ়ি যিফল পাব পাৰি, তাক এবাৰ কৃষ্ণ বুলি কৈয়ে পাব পাৰি।

যতেক অনৰ্থ আছে সংসাৰত
তাতে তিনি বিধ সাৰ।
কামক্ৰোধ লোভ আপোন নাশন
নৰকৰ তিনি দ্বাৰ।।২০৮

সংসাৰত যিমানবোৰ অনৰ্থ আছে সিবোৰৰ ভিতৰত কাম, ক্ৰোধ আৰু লোভেই আটাইতকৈ ভয়ঙ্কৰ। এই তিনিটি — কাম, ক্ৰোধ আৰু লোভ নৰকৰ তিনিখন দুৱাৰ।

আত্মনাশ হেতু কাম ক্ৰোধ লোভ
নৰকৰ তিনিদ্বাৰ।
জানি তাক তেজি কেৱল কৃষ্ণৰ
ভকতিক কৰা সাৰ।।২০৯

আত্ম নাশৰ তিনিখন দুৱাৰ হ'ল — কাম, ক্ৰোধ আৰু লোভ। সেয়েহে কাম, ক্ৰোধ আৰু লোভ ত্যাগ কৰি কেৱল কৃষ্ণৰ নাম লোৱা।

কাম ক্ৰোধ লোভ তেজি যিটো জন
ভজয় কৃষ্ণৰ পাৱে।
কৃষ্ণৰ কৃপাত হোৱয় কৃতাৰ্থ
সুখে মুকুতিক পাৱে।।২১০

যিজনে কাম, ক্ৰোধ আৰু লোভ পৰিত্যাগ কৰি ভগৱানক ভজে, কৃষ্ণৰ কৃপাত তেওঁ কৃতাৰ্থ হৈ মুক্তি পায়।

কৃষ্ণকেসে মাত্র ভজে যিটোজনে
অব্যভিচাৰী ভকতি।
তিনিগুণ অতিক্ৰমি ব্ৰহ্মৰূপ
পাৱে সিটো মহামতি।।২১১

যি কেৱল কৃষ্ণতহে ভজে তেওঁ নিকা (অব্যভিচাৰী) ভক্তি লাভ কৰে। কাম, ক্ৰোধ আৰু লোভক নেওচি তেওঁ ব্ৰহ্মৰূপ লাভ কৰে।

তিনি গুণময় যত জ্ঞান কৰ্ম
কেৱল বন্ধ কাৰণ।
জানি তাক তেজি একান্ত ভকতি
ভজিয়ো কৃষ্ণ চৰণে।।২১২

কাম, ক্ৰোধ আৰু লোভ মুক্ত যতবোৰ কৰ্ম সিবোৰ প্ৰতিবন্ধকৰ কাৰণ। সেই কথা জানি সিবোৰ ত্যাগ কৰি একান্তমনে কৃষ্ণত শৰণ লোৱা।

ৰজো গুণ তম গুন্ময় বৃত্তি
কেৱল আসুৰী ভাব।
শুদ্ধ সত্ত্ব বৃত্তি দেৱৰ সম্প্ৰতি
লৈয়া ভজা কৃষ্ণ পাৱ।।২১৩

ৰজ আৰু তম গুণময় কৰ্মত আসুৰী ভাবৰ আগম হয়। শুদ্ধ সত্ত্ব বৃত্তি দেৱৰ সম্পতি হয় আৰু সেয়ে একান্ত মনে কৃষ্ণত ভজা।

মহন্তৰ সঙ্গে হৰি কথা ৰসে
মনক জিনিয়ো ভাই।
মায়াক তৰিয়া হৰিক পাইবাৰ
উপায় আৰৰ নাই।।২১৪

সাধুজনৰ লগত থাকি, ভগৱন্তৰ কথা পান কৰি অশান্ত মনক পৰাভুত কৰা। মায়াৰ পৰা উদ্ধাৰ পাবলৈ হৰি নামৰ বাদে আন উপায় নাই।

হৰি গুণ নাম শ্ৰৱণ কীৰ্ত্তনে
ভজিয়ো হৰি চৰণ।
মনুষ্য হুইবাৰ এহি মানে মাত্ৰ

জানা নিজ প্ৰয়োজন।।২১৫

হৰিৰ নামগুণ শ্ৰৱণ বা কীৰ্ত্তন কৰি তেওঁৰ চৰণত আপোনাক অৰ্পণ কৰা। মনুষ্য হ'ই তেওঁৰ নাম নিজৰ প্ৰয়োজনৰ খাটিৰত লোৱাৰ কথা জনা উচিত।

যাহাৰ জিহ্বাত থাকয় সততে
হৰিৰ নাম মঙ্গল।
সেহিসে মহন্ত তাহাৰেসে মাত্ৰ
সিজয় ধৰ্ম সকল।।২১৬

যাৰ জিহ্বাত নিতৌ হৰিৰ নাম উচ্চাৰিত হয়, তেওঁৰহে আপোনি ধৰ্ম নিতৌ সম্পাদিত হয়।

সমস্ত শাস্ত্ৰৰ তত্ত্বক জানিয়া
নেৰয় নাম মুখত।
সিটো মহাজনে অপ্ৰয়াসে তৰে
সংসাৰ ঘোৰ দুঃখত।।২১৭

সমস্ত শাস্ত্ৰজ্ঞান আয়ত্ব কৰি যি নিৰন্তৰ ভগৱানৰ নাম লয়, তেনে সাধুজনেহে সহজে সংসাৰ দুখৰ পৰা পৰিত্ৰাণ পাব পাৰে।

ৰামকৃষ্ণ ৰাম কৃষ্ণ বোল ভাই
তেজিয়া লাজ আলাস।
শাস্ত্ৰ আচাৰ্য্যৰ উপাসা কৰিযা
বাসনা কৰা বিনাশ।।২১৮

লাজ এলাহ পৰিহাৰ কৰি ভগৱানৰ নাম লোৱা, শাস্ত্ৰজ্ঞৰ কথা শুনি আপোনাৰ সংসাৰ বাসনা বিনাশ কৰা।

হৰিৰ কীৰ্ত্তন যিজনে নকৰে
তাত পৰে নাই দুঃখী।
হৰিগুণ নাম সন্তোষ অমৃত
পিয়ে যিটো সিটো সুখী।।২১৯

যি হৰিৰ নাম কীৰ্ত্তন নকৰে সংসাৰত তেওঁতকৈ আৰু আন কোনো দুখী নাই। হৰিৰ নামগুণ গাই যি অমৃত পান কৰে তেওঁহে সুখী।

হৰিয়ে চৈতন্য আত্মা জ্ঞানময়
আৱৰ সমস্ত জড়।
বেদ বেদান্তৰ সমস্ত শাস্ত্ৰৰ
এহিসে বিচাৰ বৰ।।২২০

হৰি বিনে আন সকলো জড়, বেদ বেদান্ত আদি সকলো শাস্ত্ৰৰ এয়ে বিচাৰ। ভগৱানহে কেৱল আত্মা জ্ঞানময় চৈতন্য।

দেৱৰো দুৰ্লভ ঈশ্বৰ কৃষ্ণক
ভকতিয়ে কৰে বশ্য।
আগম নিগম গীতা ভাগৱত
শাস্ত্ৰৰ ইটো ৰহস্য।।২২১

দেৱতাৰো দুৰ্লভ পৰম ঈশ্বৰ কৃষ্ণক কেৱল ভকতিয়েহে দাস কৰিব পাৰে। আমি নিগম, গীতা ভাগৱত সকলোৰে বাবে তেওঁ ৰহস্যময়।

যম কাল মায়া মৃত্যুৱে বেঢ়িয়া
আছে বাঘজালি কৰি।
হেনয় জীৱক কোনে ৰাখিবেক
বিনে কৃপাময় হৰি।।২২২

যাক মায়াই আচ্ছন্ন কৰি থৈছে, যমকালে নিওঁ নিওঁ কৰি আছে, তেনে জীৱন, হৰিৰ বাদে আন কোনেও ৰাখিব নোৱাৰে।

পাপ সাগৰত তল নিয়াইলেক
বলে কলি দুৰাচাৰ।
ৰাম নাম বিনে পাপ এৰাইবাৰ
উপায় নাহিকে আৰ।।২২৩

দুৰাচাৰী কলিয়ে চলে বলে কৌশলে পাপ সাগৰত তল নিয়ালে। তাৰ পৰা উদ্ধাৰ পাবলৈ ৰামনামৰ বিনে অন্য কোনো উপায় নাই।

হৰিত শৰণ লৈয়া যিটো জন
সদা ৰাম নাম গাৱে।
হোক বা সকাম নিষ্কাম তথাপি

কলিৰ দোষে নাপাৱে।।২২৪

হৰিত শৰণ লৈ যিজনে সদায় ৰাম নাম লয়, তেওঁ সকামী হলেও নিষ্কামী হয় আৰু কলিয়ে আক্ৰান্ত কৰিব নোৱাৰে।

হৰিগুণ নাম অমৃত সাগৰে

মজায়ো মন নিপুণ।

সুখে সংসাৰৰ তাপ এৰাইবাহা

নছাৰিবা হৰি গুণ।।২২৫

হে মন, হৰিনামৰ অমৃত সাগৰত মন নিবিষ্ট কৰা, সংসাৰৰ তাপৰ পৰা বাছিবলৈ হ'লে হৰিৰ নাম পৰিত্যাগ নকৰিবা।

সদায়ো ভাবিয়ো ৰাম নাৰায়ণ

আলাস কেনে কৰস।

মুখ মাজে হৰি নামৰ নিবাস

ভুলিয়া কেনে মৰস।।২২৬

সদায় ৰাম নাম ল'বা, এলাহ নকৰিবা। মুখমধ্যে হৰি নামৰ নিবাস বুলি জানিও তাক পাহৰি কিয় মৰা বা মৰণত শৰণ ল'বা।

গোপাল গোপাল গোপাল গোপাল

গোপাল গোবিন্দ হৰি।

ৰাম কৃষ্ণৰ ৰাম ৰাম কৃষ্ণ ৰাম

বুলিয়ো আনন্দ কৰি।।২২৭

হেৰৌ মন, সদায় গোপাল, গোবিন্দ, ৰাম কৃষ্ণ হৰি বুলি কৈ আনন্দ কৰা।

শীঘ্ৰে কৰিয়া বোলা ৰাম হৰি

বিলম্ব নকৰা ভাই।

কোননো নায়ক যমৰ দায়ক

হৰিক সুহৃদ পাই।।২২৮

বিলম্ব নকৰি অতিশীঘ্ৰে ৰাম হৰি বোলা, হৰি নামৰ ৰসপান কৰি তেওঁৰ সুহৃদ হৈ কোনেনো যমৰ আলহী হ'বলৈ যাব।

## ।। কথা নামঘোষা ।। ৬২ ।।

নমো নিৰঞ্জন দানৱ গঞ্জন

ভকত ৰঞ্জন ৰাম।

গোপাল গোবিন্দ মুকুণ্ড মুৰাৰি

বোলা ভাই অবিশ্ৰাম।।২২৯

হে নিৰঞ্জন তুমি ভকতৰ বাঞ্চা পূৰণ কৰোতা, দানৱ নাশক, হে মন ভাই নিৰন্তৰে গোপাল, গোবিন্দ বা মুকুণ্ড মুৰাৰি বুলি ভগৱন্তৰ নাম লোৱা।

হৰি পদে ধৰ অন্যায় নকৰ

দুৰ্জন মন পামৰ।

সাক্ষী হুয়া হৰি হিয়াৰ ভিতৰে

আছে দেৱ দণ্ডধৰ।।২৩০

হেৰৌ পাপী দুৰাচাৰী মন অন্যায় নকৰি হৰি নাম ল। হৰি হিয়াৰ ভিতৰতে আছে দেৱ দণ্ডধৰ তেৰাক নাপাহৰিবি।

সদা ৰাম কৃষ্ণ হৰি বোলা ভাই

তেজিয়া মন কপট।

হৰিৰ তলব লৈয়া যম দূত

চাপিয়া আছে নিকট।।২৩১

মনৰ মলিনতা দূৰ কৰি সদায় ৰাম কৃষ্ণ বোলা। হৰি আজ্ঞা লৈ যমদূত ওচৰলৈ আহিবই লাগিছে।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা ভাই

নামে নকৰি হেলা।

হৰিৰ নামৰ মাজত সমস্তে

ভকতি সুখৰ বেলা।।২৩২

হেৰা ভাই, এলাহ নকৰি ৰামকৃষ্ণ বুলি ভগৱানৰ নাম লোৱা। হৰি নামতহে ভক্তিৰ সকলো সুখ আছে।

ৰামকৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি

ভাবিয়ো ভাৱক ভাই।

ৰাম কৃষ্ণ হৰি গোবিন্দ বুলিয়া

এৰায়ো যমৰ দাই।।২৩৩

ৰামকৃষ্ণ বুলি হৰিক স্মৰণ কৰি, গোবিন্দ বুলি ভগৱানক প্ৰাৰ্থনা কৰি যমৰ শাস্তিৰ পৰা পৰিত্ৰাণ পাবলৈ উপায় কৰা।

ৰামকৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম।
ৰামকৃষ্ণ হৰি বুলিয়া তেজিয়া
ধৰ্ম অৰ্থ মোক্ষ কাম।।২৩৪

ৰাম কৃষ্ণ বুলি ভগৱানক স্মৰণ কৰি ধৰ্ম, অৰ্থ, মোক্ষ, কাম পৰিত্যাগ কৰা।

অজ্ঞান আন্ধাৰে পৰিয়া জীৱন
জ্ঞান পথ ভৈল নাশ।
নাম অঞ্জনীয়া বিনে আন মতে
নপাৰে হৰিৰ পাশ।।২৩৫

অজ্ঞান আন্ধাৰত পৰি জ্ঞান-পথ নাশ হ'ল। পোহৰ কৰোতা নামৰ বিহনে আন পথেদি গৈ কেতিয়াও হৰিক পাব নোৱাৰি।

ৰামকৃষ্ণ নাম অমৃত সাগৰে
যিটোজনে কৰে কেলি।
তৃণ সম কৰি সিটো মহাজনে
মুকুতিকো থৰে ঠেলি।।২৩৬

ৰামকৃষ্ণ নামৰ অমৃত সমুদ্ৰত যি হৰিৰ নাম মন্থন কৰে, তেওঁ মুক্তিৰ সুখকো তৃণ হেন জ্ঞান কৰি একাষৰীয়া কৰি থয়।

হৰি পদ মহাথালী ৰাম নাম
অমৃত আছে ভৰিয়া।
কপট ঢাকন ভাঙ্গি আৰে ভাই
সন্তুষ্ট হুয়োক পিয়া।।২৩৭

হৰিৰ পদ যুগল ৰামনামৰ অমৃতপূৰ্ণ মহা পাত্ৰ। আপোনাৰ কপট আৱৰণি ভাঙ্গি হৰিষ মনে সেই অমৃত পান কৰা।

মহন্ত সৱৰ সঙ্গে ৰাম নাম

লৈয়ো অঞ্জনীয়া কৰি।
কপটচ দুৱাৰ চুৰিয়া হৃদয়
ভাণ্ডাৰে দেখিয়ো হৰি।।২৩৮

ভকতৰ লগত একান্ত মনে মন পোহৰ কৰি হৰিৰ নাম লোৱা। কপট ভাব পৰিহাৰ কৰি হৃদয় ভাণ্ডাৰতে হৰিক পাবলৈ প্ৰয়াস কৰা।

ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ ৰাম
ৰাম কৃষ্ণ ৰাম হৰি।
আলাস তেজিয়া জপিয়ো হৰিক
জানি এক মন কৰি।।১৩৯

এলাহ্ ত্যাগ কৰি একমনে ৰাম কৃষ্ণ হৰি বুলি ভগৱন্তৰ নাম লোৱা।

মহন্তৰ সঙ্গে সদায়ে মুখত
নছাৰিবা হৰিবাণী।
তেবেসে চঞ্চল দুৰাচাৰ মন
হৈবে আসি একাজানি।।২৪০

সাধুৰ সঙ্গত থাকি সদায় ৰামনাম লোৱা তেতিয়াহে দুৰাচাৰী চঞ্চল মন স্থিৰ হ'ব।

বোলা ৰাম হৰি গোপাল গোবিন্দ
মুকুণ্ড মধু মুধাৰি।
নিত্য নিৰঞ্জন যাৰ এক নামে
ভৱ তৰিবাক পাৰি।।২৪১

ৰামহৰি বুলি সদায় ভগৱানৰ নাম স্মৰণ কৰা, তেওঁহে সদা সত্য। তেওঁৰ নাম একান্ত চিত্তে লৈ ভৱ সাগৰ পাৰ হ'ব পাৰি।

ৰামকৃষ্ণ হৰি বোলা শুনা ভাই
অন্যায় নকৰা মনে।
চৈধ্য সাক্ষী সমে যমৰ দেৱান
দেখিয়োক সৰ্ব ক্ষণে।।২৪২

হেৰা ভাই, ৰামকৃষ্ণ বুলি সংসাৰ তৰা, মনক অনিয়ম কৰিবলৈ নিদিবা।

এই ভৱসাগৰত যমৰ দূতক দেখা — তাৰ পৰা উদ্ধাৰ পাবলৈ চেষ্টা কৰা।

ভজিয়ো হৰিৰ চৰণ পঙ্কজে
তেজিয়ো অন্যত্ৰ কাম।
সমস্ত ধৰ্ম্মৰ ফল ৰূপ জানি
নেৰিবা হৰিৰ নাম।।২৪৩

অন্য কাম ত্যাগ কৰি হৰিৰ চৰণ পঙ্কজত শৰণ লোৱা। সকলো ধৰ্ম্মৰ ফল হ'ল হৰি নাম। সেই কাৰণে সেই নাম নেৰিবা।

পিয়ো পিয়ো ভাই ভাৱক সকল
হৰি নাম ৰস সাৰ।
যাক পায়া মহা মহন্তে কৰয়
মুকুতিকো পৰিহাৰ।।২৪৪

হেৰা ভাই, হৰি নামৰ ৰস পান কৰা। এই হৰিনামৰ ৰস পালে মহন্তজনে মুক্তিৰ সুখকো পৰিহাৰ কৰে।

শুনিয়ো সজ্জন ভজা নাৰায়ণ
এৰিয়া বিষয় ৰাগ।
হৰি নুসুমৰে আনসে আচাৰ
সেহিসে যমৰ ভাগ।।২৪৫

হেৰা সাধুসকল, বিষয় সুখ পৰিত্যাগ কৰি ঈশ্বৰৰ নাম লোৱা। হৰি সোঁৱৰণ নকৰিলে আমি যমৰহে আলহী হ'ম।

গোপাল গোবিন্দ মুকুণ্ড শ্ৰীৰাম
জয় সনাতন হৰি।
নিগম নিগূঢ় শ্ৰীহৰি নাম
লৈয়োক যতন কৰি।।২৪৬

হে হৰি তোমাক নমস্কাৰ জনাওঁ। তুমি নিগমৰো নিগূঢ় ৰহস্য — তোমাক সভক্তিৰে স্মৰণ কৰো।

কৰ কোন কাম বোলা ৰাম ৰাম
তেজিয়ো মুখে আলাস।

ভকতৰ সঙ্গে হৰি গুণ গাই
বৈকুণ্ঠ কৰিয়ো বাস।। ২৪৭

এলাহ্ ত্যাগ কৰি ৰাম নাম লোৱা। তাকে নকৰিনো আন কি কাম কৰা। ভকতৰ সঙ্গ লৈ, হৰিৰ নাম লৈ, বৈকুণ্ঠ ধামলৈ গৈ তাৰ নিবাসী হোৱা।

আন ধৰ্ম যত হৰিৰ নামৰ
ৰেণুকা নোহে সমান।
হেন হৰি নাম অমৃত সাগৰ
সন্তোষে কৰিযো পান।।২৪৮

আন ধৰ্ম হৰিনামৰ এপাহি ৰেণুৰ সমানো নহয়। তেনে হৰি নামৰ অমৃত সাগৰত ৰস পান কৰি উদ্ধাৰ হোৱা।

হৰিত আশ্ৰয় জানিবা নিশ্চয়
সুখৰ মূল কাৰণ।
হৰিত বিমুখ দুখৰ কাৰণ
জানিবা নিষ্ঠ বচন।।২৪৯

সুখৰ মূল কাৰণ হ'ল হৰিত আশ্ৰয়। হৰি আশ্ৰয়ৰ বিমুখ হ'লেই দুখৰ কাৰণ হয়।

বিধিৰ কিঙ্কৰ যতেক সাধন
তাক পাছ কৰি থৈয়ো।
বিধিৰ ঈশ্বৰ হৰি গুণ নাম
তাহাৰ শৰণ লৈয়ো।।২৫০

হে হৰিৰ দাস সকল। তোমালোকৰ বিষয় সুখক পাছলৈ ঠেলি ঈশ্বৰ নাম লৈ তেওঁত শৰণ লোৱা।

মুকুত সকলো গাৱে ৰাম নাম
ৰসত অধিক জানি।
মৃত্যুৰ মুখত পৰি ৰাম নাম
নলৈবেক কোন প্ৰাণী।।২৫১

সৰ্ব শিৰোমণি ৰাম নাম। ৰাম নাম লোৱা। মৃত্যুৰ মুখত থাকি কোনেনো

ৰামনাম নল'ব।

ৰামনাম বিনে মৃত্যু এৰাইবাৰ
আৰৰ উপায় নাই।
মৃত্যু তৰিবাৰ ইচ্ছা আছে যাৰ
ফুৰা ৰাম নাম গাই।।২৫২

ৰাম নামৰ বিলে মৃত্যুৰ পৰা ৰক্ষা পোৱাৰ আন উপায় নাই। মৃত্যুৰ হাত সাৰিবলৈ যাৰ ইচ্ছা আছে সদায় ৰাম নাম স্মৰণ কৰা।

শাস্ত্র গুৰু উপদেশে শিষ্য সবে
ঈশ্বৰক নেদেখয়।
বুদ্ধিক সত্বই কৰিয়া আপোন
আত্মাক দেখে নিশ্চয়।।২৫৩

শাস্ত্র, গুৰুৰ উপদেশ লৈও শিষ্যই ভগৱানক নেদেখে। কিন্তু আপোনাৰ হৃদয়ত স্থিৰ কৰি হৰিৰ নাম লৈ অর্ন্তদৃষ্টিৰে ভগৱানক দর্শন কৰিব পাৰি।

শাস্ত্র গুৰু উপদেশ ক্রমে ৰাম
ব্যবস্থা মাত্র পালন।
কেৱলে শিষ্যৰ শুদ্ধ বুদ্ধি মাত্র
জ্ঞানৰ হোৱয় কাৰণ।।২৫৪

শাস্ত্র বা গুৰুৰ উপদেশত কেৱল ৰাম নামহে লোৱা হয়। শিষ্যই আপোন বুদ্ধি আৰু গভীৰ জ্ঞানেৰেহে ভগবান প্রাপ্ত কৰে।

গুৰু উপদেশ লব্ধ শিষ্য সবে
উপদেশ সাৰ ধৰা।
যেবে ঈশ্বৰক পাইবা যত্ন কৰি
বুদ্ধিক সত্বস্থ কৰা।।২৫৫

গুৰু উপদেশ জ্ঞানী শিষ্যই সাৰোগত কৰি লৈ ঈশ্বৰক পাবৰ কাৰণে আপোন তন মন তেওঁতে অর্পণ কৰে।

শাস্ত্র গুৰু সবে শিষ্যক কৃপায়ে
শুদ্ধ উপদেশ দিব।
শিষ্য সবে শুদ্ধ ভাবে নাচৰিলে

তাৰা সবে কি কৰিব।।২৫৬

শাস্ত্ৰ গুৰুৱে শিষ্যক কৃপা কৰি শুদ্ধ উপদেশ দিব। কিন্তু শিষ্যই যদি শুদ্ধভাৱে তাকে গ্ৰহণ নকৰে শাস্ত্ৰ বা গুৰুৱে কি কৰিব।

শিষ্য সবে যেবে মহা শুদ্ধ ভাৱে
উপদেশ আচৰয়।
শাস্ত্ৰ গুৰু আপোনাকো সিটো শিষ্য
তিনিকো ৰক্ষা কৰয়।।২৫৭

শিষ্য সকলো যদি পবিত্ৰ চিত্তে শাস্ত্ৰ গুৰুৰ উপদেশ শিৰোকাৰ্য্য কৰে, তেনে শিষ্যই শাস্ত্ৰ গুৰু আৰু আপোনাকো ৰক্ষা কৰে।

হৃদয় স্তম্ভত কৃষ্ণ চৰণক
প্ৰেম জৰি দিয়া ছান্দা।
পৰম সুদৃঢ় ৰাম কৃষ্ণ নাম
কৱচ গলত বান্ধা।।২৫৮

সভক্তিৰে হৃদয় মন্দিৰত কৃষ্ণৰ চৰণ স্থাপন কৰা। পৰম মঙ্গল ৰামকৃষ্ণ নামৰ কৱচ গলত ওলোমাই লোৱা।

ৰাম কৃষ্ণ নাম অভেদ্য কৱচ
সদায়ে যিটো পিন্ধয়।
তিনি গুণ বৃত্তি অস্ত্ৰৰ প্ৰহাৰ
তাক আৰ নিবিন্ধয়।।২৫৯

ৰাম কৃষ্ণ নামৰ অভেদ্য কৱচ যিজনে নিতৌ পৰিধান কৰে তেওঁক তিনি গুণ বৃত্তি অৰ্থাৎ কাম, ক্ৰোধ আৰু লোভৰ অস্ত্ৰই কেতিয়াও প্ৰহাৰ কৰিব নোৱাৰে।

হিৰণ্যকশিপু প্ৰহ্লাদ পুত্ৰক
নানান দুৰ্গতি দিল।
হৰিনাম মহাকৱচ প্ৰভাবে
তান লোম নলৰিল।।২৬০

হিৰণ্যকশিপুৱে পুত্ৰ প্ৰহলাদক নানান দুৰ্গতি কৰিলে কিন্তু হৰিনাম কৱচে

প্ৰহ্লাদক ৰক্ষা কৰাৰ বাবে তেওঁৰ নোম এডালো লবাব নোৱাৰিলে।

একান্ত শৰণে যিটো নাম লবে
ফুৰে হৰি তাঙ্ক ৰাখি।
ইয়াত যদ্যপি সপ্তাত নোযোৱা
লোৱা প্ৰহ্লাদত সাক্ষী।।২৬১

একান্ত মনে যি ভগৱানৰ চৰণত শৰণ লয় তেওঁক ভগৱন্তই ৰক্ষা কৰে। তাতো যদি বিশ্বাস নহয় প্ৰহ্লাদৰ কথাকে সাক্ষী ৰূপে স্মৰণ কৰা।

জ্ঞানে বা অজ্ঞানে মাধৱৰ নাম
যিজনে ফুৰে সুমৰি।
তাক মোৰ বুলি হাতে চক্ৰ তুলি
ৰাখিয়া ফুৰন্ত হৰি।।২৬২

জ্ঞানে বা অজ্ঞানে যি মাধৱ নাম স্মৰণ কৰে, তেওঁক ভগৱন্তই হাতত চক্ৰ তুলি ৰক্ষা কৰি ফুৰে।

গ্ৰাহ গ্ৰস্ত হুয়া গজেন্দ্ৰ শৰণ
লৈল ত্ৰাহি হৰি বুলি।
তাহাঙ্ক তৈখনে ৰাখিলন্ত আজি
হাতে হৰি চক্ৰ তুলি।।২৬৩

গ্ৰাহৰ অৰ্থাৎ ঘৰিয়ালৰ দ্বাৰা আক্ৰান্ত হৈ গজেন্দ্ৰই অৰ্থাৎ হস্তী বা হাতীয়ে ভয়তে হৰিক ৰক্ষা কৰা বুলি শৰণ ললে। তেওঁৰ প্ৰাৰ্থনাত সন্তুষ্ট হৈ তৎক্ষণাত হাতত চক্ৰ ধৰি গজেন্দ্ৰক গ্ৰাহৰ পৰা ৰক্ষা কৰিলে।

কাল গ্ৰাসে ধৰি সবাকে গিলয়
চেতন নাহিকে মনে।
ত্ৰাহি হৰি বুলি পশিয়ো শৰণে
অভয় হৰি চৰণে।।২৬৪

কালে সকলোকে এফালৰ পৰা গিলিবলৈ ধৰিছে। সেয়ে হৰিক পবিত্ৰ চিত্তে সোঁৱৰণ কৰা।

মৃত্যু ভয়হাৰী অপৰ দেৱতা

নাহি হৰি সমসৰ।
প্ৰপন্নজনৰ জানিবাহা হৰি
ব্ৰজৰ যেন পিঞ্জৰ।।২৬৫

ভগৱন্তৰ সমকক্ষ মৃত্যু ভয়হাৰী আৰু অন্য কোনো দেৱতা নাই। দুখীতজনৰ হৰিয়েই ব্ৰজময় ৰক্ষা কৱচ।

হৰিৰ সেৱাত নাহিসে প্ৰয়াস
জানিবা নিশ্চয় কৰি।
নাম মাত্ৰ লৈলে হোৱন্ত সন্তুষ্ট
কিনো কৃপাময় হৰি।।২৬৬

হৰিৰ সেৱাত যিজনৰ অকণিয়ে ৰাপ নাই; তেৰোঁ যদি কেৱল ভগৱানৰ নাম লয়, ভগৱানে তাতে দয়া কৰি সন্তুষ্ট হয়।

শুনিয়ো চতুৰ মহন্ত সকল
ফুৰা হৰি গুণ গায়।
দুৰ্ঘোৰ কলিত হৰি নাম বিনে
আন মতে গতি নাই।।২৬৭

হেৰা সুচতুৰ লোকগণ, হৰি গুণ গাই সময় কটোৱা। এই দুৰ্ঘোৰ কলিকালত হৰি নামৰ বিনে আন গতি নাই।

ঘোৰ কলি যুগে যত ধৰ্ম্ম কৰ্ম
সবে কৰিলোক দূৰ।
যিজনে কেৱল হৰিনাম লৱে
পুৰুষ সিটো চতুৰ।।২৬৮

কলি যুগত জীৱই ধৰ্ম কৰ্ম সকলো পৰিহাৰ কৰিলে। এই ঘোৰ কলিকালত যিজনে হৰি নাম লয় তেওঁহে বুদ্ধিমান।

বিষয় সম্বন্ধ ইন্দ্ৰিয়ৰ সুখ
সমস্ত যোনিত পাই।
পৰম দুৰ্লভ হৰিৰ ভকতি
মনুষ্যত পৰে নাই।।২৬৯

বিষয় সম্বন্ধীয় ইন্দ্ৰিয় সুখ সকলো জীৱতে পায়। কিন্তু হৰিৰ ভক্তি পৰম দুৰ্লভ কেৱল মনুষ্য জন্মতহে পায়।

মনুষ্য জনম লভিবাৰ ফল
হৰিৰ কীৰ্ত্তন মাত্ৰ।
হৰিৰ কীৰ্ত্তন কৰি মহাসুখে
হোৱে ভকতিৰ পাত্ৰ।।২৭০

কেৱল হৰিৰ কীৰ্ত্তন কৰিলেহে মানুহৰ জীৱন সফল হয়। হৰিৰ কীৰ্ত্তন কৰিহে আনন্দ মনে ভক্তিৰ পাত্ৰ হ'ব পাৰি।

হৰি গুণ নাম শ্ৰৱণ কীৰ্ত্তন
কৰয় চিত্ত নিৰ্মল।
হৰিৰ চৰণে কেৱল ভকতি
লভিবাহা সুমঙ্গল।।২৭১

হৰিনাম শ্ৰৱণ বা কীৰ্ত্তন কৰিয়ে চিত্ত নিৰ্মল হয়। হৰিৰ চৰণত ভক্তি হ'লে মঙ্গল সাধন হয়।

(২৪) খেদ

কাল গ্ৰস্ত হৈয়া ভৈলা অচেতন
বয়স গোৱাইলো হেলে।
বান্ধৱ কৃষ্ণৰ নামক নলৈলো
হৰি ভকতৰ মেলে।।২৭২

কালগ্ৰস্ত হৈ মিছাতে জীৱন কটালো। মায়াত পৰি আপোনাৰ চেতনা হেৰুৱালো। হৰি ভকতৰ মেলত বহি বান্ধৱ কৃষ্ণৰ নাম নললো।

তুমি নিত্য নিৰঞ্জন নাৰায়ণ
আমিও অংশ তোমাৰ।
তথু সেৱা চোৰ পায়া মহামায়া
মুহিলে মন আমাৰ।।২৭৩

হে প্ৰভু, তুমি নিত্য নিৰঞ্জন, আমিও তাৰ অংশ। মহামায়াৰ পাক চক্ৰত মুহিত হৈ তোমাৰ ভক্তি পাহৰি গ'লো।

কিনো অপৰাধ কৰি আছো আমি

বান্ধৱ মাধৱ প্ৰাণ।

নাম ধৰি ডাকো হিয়াত থাকিয়া

কেনে নেদা সমিধান।।২৭৪

হে প্ৰভু, আমিনো কি অপৰাধ কৰিলো, তোমাক নাম ধৰি কাবৌ কোকালি কৰোঁতেও হিয়াত থাকিও কিয়ইবা সমিধান নিদিয়া।

(২৫) নিন্দা

মহন্ত সৱৰ কেৱল জীৱন

হৰিৰ নাম মঙ্গল।

হেন হৰি নাম নলৈয়া কলিত

কৰিল জন্ম বিফল।।২৭৫

মহন্ত সকলৰ হৰিনামহে কেৱল জীৱন। তেনে হৰিনাম নলৈ কলিকালত জীৱই জীৱন বিফল কৰে।

হৰিৰ পৰম প্ৰিয়তম নাই

হৰি ভকতত পৰে।

হেন ভকতক যিজনে নিন্দয়

হৰিকেসে নিন্দা কৰে।।২৭৬

হৰিৰ ভক্ততকৈ পৰম প্ৰিয়তম আৰু আন কোনো নাই। তেনে ভকতক যি নিন্দে তেওঁ পৰম ঈশ্বৰকে নিন্দা কৰে।

হৰি ভকতৰ দোষ নধৰয়

যম কাল আৰু কলি।

ইসব কথাত যিটো নমানয়

তিনিতো কৰিয়া বলী।।২৭৭

যম কাল আৰু কলিয়ে হৰি ভকতৰ কোনো দোষ নধৰে। যম কাল আৰু কলিৰ কথা যিজনে নামানে তেওঁ সবাতোতকৈ শ্ৰেষ্ঠ। আৰ্থাৎ পৰম ঈশ্বৰ সবাতকৈ শ্ৰেষ্ঠ।

হৰি ভকতৰ ছিদ্ৰ নধৰয়

দুষ্ট শিৰোমণি কলি।

হেন ভকতৰ কিঞ্চিত ছিদ্ৰক

সজ্জনে থাকে আকলি।।২৭৮

ধুৰন্দৰ কলিয়ে হৰি ভকতৰ কোনো দোষ নধৰে। হেন ভকতৰ সামান্যতম দোষকো সাধু সকলে কৈ থাকে।

হৰিৰ চৰণ সদা আৰাধন্ত

ব্ৰহ্মা হৰ পুৰন্দৰ।

হেন হৰি পদে শৰণ নলৱে

কিনো বুদ্ধিহীননৰ।।২৭৯

ব্ৰহ্মা, মহেশ্বৰ আৰু ইন্দ্ৰই সদায় ভগৱন্তৰ চৰণত আৰাধনা কৰি থাকে। তেনে হৰিত বুদ্ধিহীনে শৰণ নলয়।

মৃত্যুৰ মুখত সদায় পৰিয়া

আছয় যি সব নৰে।

সিটো নিদাৰুণ হৰি নাম গুণ

কীৰ্ত্তন কেনে নকৰে।।২৮০

যি মৃত্যুৰ মুখত সদায় পৰি আছে, সিনো বাৰু হৰিৰ গুণানুকীৰ্ত্তন নকৰাকে কেনেকৈ আছে।

ভাৰত ভূমিত জনম লভিয়া

নভজে হৰি চৰণে।

সিটো জ্ঞানশূন্য পশুতো অধম

জনম লভিল কেনে।।২৮১

পুণ্য ভূমি ভাৰতত জনম লৈ যি হৰিৰ চৰণ নভজে ; সি জ্ঞানশূন্য আৰু পশুতকৈও অধম। তেনে জীৱই জন্মই বা কিয় ল'লে।

মুকুতি সুখকো তেজি মহাজনে

সদা ৰাম নাম ধৰে।

হেন ৰাম নাম মুখত তেজিয়া

কু-মতি মনুষ্য মৰে।।২৮২

মুক্তিৰ সুখকো পৰিহাৰ কৰি যি নিতৌ ৰাম নাম লয়, অসৎ মানুহে

তেনে ৰাম নাম ত্যাগ কৰি আও মৰণে মৰে।

মুকুতি সুখকো তেজি মহাজনে
ৰামনাম কৰে আশা।
হেন হৰি নাম নলৈয়া কেমনে
মৰে মলমতি নাশা।।২৮৩

জ্ঞানীজনে মুকুতি সুখকো পৰিত্যাগ কৰি ৰাম নাম আশা কৰে। হেন হৰিনামক নেওচি মলমতি নৰই নাশৰ মুখ দেখে।

মুখ ভৰি ভৰি বোলা ৰাম হৰি
অক্ষয় পুণ্যক বাঞ্চা।
ৰাম নাভাবিয়া আন আচৰিয়া
কেন আপোনাক সাঞ্চা।।২৮৪

হৃদয় ভৰি ৰামনাম লৈ অক্ষয় পুণ্য সঞ্চয় কৰা। ৰামনাম ত্যাগ কৰি আন কামত ব্যস্ত ৰাখি আপোনাক ভগৱানৰ পৰা বঞ্চিত কৰা কিয়।

হৰি কীৰ্ত্তনৰ সময় যিজনে
থাকে আন কথা পাতি।
অন্তকালে নিয়া যমদূতে ধৰি
কৰে তাক উগ্ৰ শাস্তি।।২৮৫

হৰি কীৰ্ত্তনৰ সময়ত যিজনে আন কথা পাতি থাকে, জীৱন অন্তকালত তেনেজনক যমদূতে ধৰি উগ্ৰশাস্তি বিহে।

বেদৰ ৰহস্য হৰিৰ কীৰ্ত্তন
নুশুনিলে সাৱধানে।
যমৰ কিঙ্কৰে তপত শলাকা
বাহায়ে তাহাৰ কাণে।।২৮৬

বেদৰো ৰহস্য হৰিৰ কীৰ্ত্তন সাৱধানে নুশুনিলে, পাছত যমদূতে তপত শলাৰে তেনেলোকৰ কাণ বিন্ধে।

আনন্দ সমুদ্ৰে হৰিৰ কীৰ্ত্তনে
যিটোজনে নেদে চিত্ত।

সিটো মূঢ়মতি হৰিৰ দুৰ্লভ
প্ৰসাদে ভৈল বঞ্চিত।।২৮৭

ভোগ বিলাসত কাল যাপন কৰি যি হৰিৰ কীৰ্ত্তনত চিত্ত নিদিয়ে, তেনে মহামূৰ্খই ভগবানক নাপাই, তেওঁৰ আশীৰ্বাদিৰ পৰা বঞ্চিত হয়।

মুকুত সকলে হৰিৰ কীৰ্ত্তনে
কৰন্ত সদায় ৰতি।
হেন কীৰ্ত্তনত যিটো নেদে চিত্ত
যাবে সিটো অধোগতি।।২৮৮

শ্ৰেষ্ঠ সকলে নিতৌ হৰিৰ কীৰ্ত্তন কৰে; যি তেনে কীৰ্ত্তনত মতি নিদিয়ে তেওঁ অধোগতি যায়।

কলিত জনম লভিয়া হৰিৰ
নামত নকৰে ৰতি।
সিটো মূঢ়মতি আন কেন মতে
সাধিবে আপোন গতি।।২৮৯

কলিত জনম লৈ যি নামলৈ মন নিদিয়ে, সেই মহামূৰ্খই আন কোন উপায়েৰেনো আপোনাৰ গতি সাধন কৰিব।

শব্দ ব্ৰহ্মাৰ পাৰ ভৈল যিটো
কৃষ্ণত ভকতি নাই।
তাৰ মাত্ৰ শ্ৰম শ্ৰম মাত্ৰ ফল
যেন ৰাখে বাজী গাই।।২৯০

যি নামৰ ওপৰ হয় তেওঁৰ কৃষ্ণলৈ ভকতি নাথাকে। তেনেলোকৰ শ্ৰম আৰু শ্ৰমৰ ফল বাজী গাই ৰখাৰ দৰে হয়।

ৰজা-প্ৰজা জানিলেক ভক্তি পথ
শঙ্কৰৰ মত শুদ্ধ।
সিটো মত ছাড়ি আন আচৰয়
পৰম সিটো মুগুধ।।২৯১

ৰজা প্ৰজা সকলোৱে শঙ্কৰৰ মতেই শুদ্ধ বুলি জানে। তেনে মত ত্যাগ কৰি আন মতত চলাজন মহামূৰ্খ।

আপোন পণ্ডিত মুহি মহন্তকো
নপসিলে কদাচিত।
তথাপিতো গুৰু বোলাৱে কৃষ্ণৰ
মায়ায়ে হুয়া মোহিত।।২৯২

সাধু সন্ত কাকো নুসুধি আপোনাক গুৰু বুলি বঢ়াই, মায়াৰ চলনাত পৰি জীৱই দম্ভালি কৰে।

নাজানে শাস্ত্ৰক শিষ্যৰ সংশয়
নপাৰে দূৰ কৰিত।
তাৰ উপদেশে আনো নতৰয়
আপুনি ভৈল বঞ্চিত।।২৯৩

যি শাস্ত্ৰ নাজানে আৰু শিষ্যৰ সংশয় দূৰ কৰিব নোৱাৰে, তেনে গুৰুৱে আনকতো ৰক্ষা কৰিব নোৱাৰেই আপুনিও বঞ্চিত হয়।

শাস্ত্ৰ মত এৰি যি কথা কহয়
কেৱল পাষণ্ড নয়।
আছোক কৃষ্ণক পাইবে কদাচিত
নুগুচে সংসাৰ ভয়।।২৯৪

শাস্ত্ৰৰ মত এৰি যি কেৱল পাষণ্ডৰ নিয়ম আচৰণ কৰে, তেওঁ ভগৱন্তক নাপায় আৰু সংসাৰ ভয়ো নুগুচে।

অন্ন যোনি কিছু নকৰয় বিচাৰ
জাতি কুল ভৈল ভ্ৰষ্ট।
বৈষ্ণৱৰ বেশ ধৰিয়া ফুৰয়
বেদ পন্থ কৰি নষ্ট।।২৯৫

যি একো বাছ বিচাৰ নকৰে, অন্ন পানী আৰু যোনিৰ একো বিচাৰ নকৰে, সি কুলভ্ৰষ্ট হয়। মিছা বৈষ্ণৱৰ ভেশ ধৰি, বেদ পথ পৰিহাৰ কৰি কেৱল সংসাৰত ভ্ৰমি ফুৰে।

হৰি হৰি হৰি কিনো ভৈল ইটো
কৃষ্ণৰ মায়াৰ বল।

হৰি ভকতিৰ পথত কপট

পাতিলেক অমঙ্গল।।২৯৬

হে হৰি। কিনো মায়াৰ খেল। হৰি ভক্তি নকৰি কিয়েই যে গ্ৰহণ কৰে। হৰি ভক্তিৰ বেলিকাও কপট ভাবনা কৰি আপোনাৰ অমঙ্গল কৰে।

শাস্ত্ৰৰ বিচাৰ নজানে ভকতি

পৰমাৰ্থ মতি মূঢ়।

হৰি কথা ছলে কৰ্ণত কু-মন্ত্ৰ

কহয় কৰিয়া গূঢ়।।২৯৭

শাস্ত্ৰৰ বিচাৰ, ভক্তিৰ পৰম অৰ্থ একো নাজানে। হৰিৰ কথাৰ পৰা পিচলি গৈ কৰ্ণত কু-মন্ত্ৰ দি মূৰ্খই সময় অতিবাহিত কৰে।

চাৰিয়ো জাতিৰ নিজ পিতৃ কৃষ্ণ

জানিয়া যিটো নভজে।

এহি পাপ নিজ ধৰ্ম্ম ভ্ৰষ্ট হৈয়া

ঘোৰ নৰকত মজে।।২৯৮

কৃষ্ণক চাৰিও জাতিৰ অৰ্থাৎ উৰণ, বুৰণ, গজন আৰু ভ্ৰমণৰ পিতৃ বুলি জানিও নভজে; তেওঁ সেই পাপতে ধৰ্ম ভ্ৰষ্ট হৈ ঘোৰ নৰকত বাস কৰে।

হৰিৰ চৰণ নভজি নকৰে

আপোন দুখ খণ্ডিত।

পৰমাৰ্থ তত্ত্ব বিচাৰ কহিয়ো

কেমন সিটো পণ্ডিত।।২৯৯

ভগবানৰ চৰণত শৰণ লৈ যি আপোনাৰ দুখ দূৰ নকৰে, সি পৰমাৰ্থ তত্ত্ব বিচাৰি হায়ৰাণ হয় — তেওঁৱেই বা কেনেধৰণৰ পণ্ডিত।

আপোন জনৰ ভাৰত ভূমিত

লভিলেক সিটো নৰ।

হৰিক নভজি কৰিল বিফল

সিটো শোচ্য সমস্তৰ।।৩০০

পবিত্ৰ ভাৰত ভূমিত জন্ম লৈ যি হৰিক বন্দনা নকৰে তেওঁ সমগ্ৰ জীৱন

শোচনীয় কৰি তোলে।

হৰিৰ চৰণ নভজি কেৱল
পোষে পুত্ৰ ভাৰ্য্যা মাত্ৰ।
যম ৰাজা বুলি লন্ত সেহিজন
যম যাতনাৰ পাত্ৰ।।৩০১

হৰিক নভজি যি কেৱল পুত্ৰ ভাৰ্য্যাকহে পোহে বা বৈষয়িক সুখত সময় কটায়, সেইজন যমৰ যাতনাৰ পাত্ৰ হয়। অৰ্থাৎ তেনেলোক নৰক বাসী হয়।

হৰিৰ চৰণ নিচিন্তি চিন্তয়
বিষয়ক দিন ৰাতি।
শাস্ত্ৰৰ সন্মতে জানা সেইজন
ভৈল নিজে আত্মঘাতী।।৩০২

যিজনে ভগৱানৰ চৰণ নিচিন্তি দিনে ৰাতিয়ে মাথোন বৈষয়িক সুখৰ কথা ভাবে, শাস্ত্ৰৰ বিচাৰ মতে সেইজন নিশ্চিয়কৈ আত্মঘাতী হয়।

## (২৬) প্ৰাৰ্থনা

তুমি সৰ্বসাক্ষী আত্মা হৃষীকেশ
জানাহা মোৰ চিত্তক।
শৰণাগতক মই আতুৰক
উপেক্ষা কৰা কিসক।।৩০৩

হে সৰ্বময়, আত্মাহৃষীকেশ, তুমি মোৰ চিত্তক জানা। মই তোমাৰ চৰণত শৰণাগত হ'লো তথাপি মোক উপেক্ষা কৰা কিয়।

হে কৃষ্ণ দেৱ মই আতুৰক
চৰণে কৰা উদ্ধাৰ।
তিনি তাপময় সংসাৰ নিকাৰ
সহিতে নপাৰো আৰ।।৩০৪

হে প্ৰভু, তোমাৰ চৰণত থান দি আমাক বিপদৰ পৰা উদ্ধাৰ কৰা। সংসাৰৰ ত্ৰিতাপত জীয়াতু ভূগি আৰু সহিব নোৱাৰা হৈছোঁ।

বাহিৰে ভিতৰে তুমি হৰি গুৰু
আছাহা চৈতন্য ৰূপে।

দিয়োক সুমতি তুমি বিনে গতি

নাহিকে কৈলো স্বৰূপে।।৩০৫

বাহিৰ ভিতৰ সৰ্বত্ৰতে তুমি চৈতন্যময় ব্যাপি আছা। আমাক সুমতি দিয়া কাৰণ তোমাৰ বাহিৰে আমাৰ অন্য গতি নাই।

হৰি ও হৰি করুণা সাগৰ

কৰিয়ো কৃপা আমাক।

প্ৰিয়তম আত্মা সখা ইষ্ট গুৰু

মানিয়া আছো তোমাক।।৩০৬

হে করুণাৰ সাগৰ ভগৱান, দয়া কৰি আমাক কৃপা কৰা। তুমি আমাৰ প্ৰিয়তম আত্মা বুলি আমি মানি আছোঁ।

হে হৰি মোক দুৰাচাৰ বুলি

নকৰিবা পৰিহাৰ।

তুমি বিনে মহাপতিত পাৱন

কোন দেৱ আছে আৰ।।৩০৭

হে হৰি, মোক দুৰাচাৰী বুলি পৰিত্যাগ নকৰিবা। তোমাৰ দৰে পতিতক ৰক্ষা কৰোতা আৰু কোনো দেৱতা নাই।

নমো নমো ৰাম কৃষ্ণ প্ৰভু দেৱ

তুমি মোৰ নিজ গতি।

হুয়োক সদয় যি মতে ৰহয়

তোমাত নিৰ্মল মতি।।৩০৮

হে প্ৰভু তোমাক নমস্কাৰ। তুমি মোৰ অগতিৰ গতি। তুমি সদয় হৈ আমাক এনে দৰে দয়া কৰা মই যেন সদায় তোমাতে নিবিষ্ট হৈ থাকিব পাৰো।

চৰণত ধৰো কাতৰ কৰোহো

ই বাৰ নেৰিবা হৰি।

পতিত পাৱন তুমি নাৰায়ণ

নাহিকে তোমাৰ সৰি।।৩০৯

কাতৰ হৈ মই তোমাৰ চৰণত ধৰি শৰণ লওঁ — ই বাৰ তুমি মোক নেৰিবা। পতিতক উদ্ধাৰ কৰোতা তোমাৰ মান আৰু কোনো নাই।

নমো নমো কৃষ্ণ তোমাৰ ভকতি
মুকুতিকো কৰি বলে।
মোৰ তাকে মন দিয়োক শৰণ
অৰুণ চৰণ তলে।।৩১০

হে প্ৰভু, তোমাক বাৰম্বাৰ নমস্কাৰ জনাওঁ। তোমাৰ অৰুণ চৰণত মোক শৰণ দি বাধিত কৰা।

এ ভৱ সাগৰে মজি নাৰায়ণ
আতুৰ ভৈল অপাৰ।
দীন অনাথক তুমি কৃপাময়
চৰণে কৰা উদ্ধাৰ।।৩১১

হে প্ৰভু, এই ভৱ সাগৰত মজি আমি অঠাই সাগৰত পৰিলোঁ। এই দীন অনাথক, তুমি প্ৰভু দয়া কৰি উদ্ধাৰ কৰা।

হে হৰি তযু মায়াৰে আমাক
ভাণ্ডিছে কৰি কপট।
দূৰ কৰা মায়া চাপোহা তোমাৰ
চৰণ ছত্ৰ নিকট।।৩১২

হে হৰি, তোমাৰ মায়ায়ে আমাক কপট কৰি চলনা কৰিছে। সেয়েহে প্ৰভু, মই তোমাৰ চৰণ ছত্ৰ ছায়াত শৰণ লওঁ — মায়া দূৰ কৰি আমাক পৰিত্ৰাণ কৰা।

পতিত পাৱন ৰাম নাৰায়ণ
চৰণে মোক উদ্ধাৰা।
আমি পতিতক পতিত পাৱন
নামৰ পৰীক্ষা কৰা।।৩১৩

হে দয়াময়, পতিতক তাৰোঁতা তোমাৰ চৰণে আমাক উদ্ধাৰ কৰা। হে পতিত পাৱন, আমি পতিতক নামৰ পৰীক্ষা লৈ উদ্ধাৰ কৰা।

পতিত পাৱন প্ৰভু নাৰায়ণ
প্ৰসিদ্ধ সমস্তজনে।

আমি মহাপাপী শৰণে পশিলো
ৰাখিয়ো নিজ চৰণে।।৩১৪

সৰ্ব্বব্যাপ্ত সৰ্বখ্যাত হে পতিত পাৱন নাৰায়ণ, মই তোমাৰ চৰণত শৰণ ল'লো, আপোন বুলি মোক তোমাৰ চৰণত অকণি ঠাই দিয়া।

হে হৰি মই অনাথক দায়া
কৰিয়োক এহিবাৰ।
কৃপা ৰসে তিতি অৰুণ বৰণ
চৰণ ভৈল তোমাৰ।।৩১৫

হে হৰি তুমি মোক এইবাৰ দয়া কৰা। তোমাৰ চৰণ তলে এখানি ঠাই দিয়া। তোমাৰ সুৰুজৰ দৰে ৰক্তিম-পদযুগলত দয়াৰ সাগৰত আমি তিতিবুৰি আশ্ৰয় ল'লো।

কৃপাৰ সাগৰ দৈৱকী নন্দন
পুৰিয়ো মনৰ কাম।
ভকতৰ সঙ্গ সদা লুগুচোক
মুখে তুৱা গুণ নাম।।৩১৬

হে দৈৱকী নন্দন, দয়াৰ সাগৰ ; তুমি আমাৰ মনৰ কামনা পূৰ্ণ কৰা। আমি যেন সদায় ভকতৰ সঙ্গত থাকি তোমাৰ নামগুণ লৈ থাকিব পাৰো।

কোটি কোটি ঘোৰ অপৰাধ নিতে
কৰো আমি দুৰাশয়।
হে হৰি মোক দাস হেন মানি
ক্ষমিয়োক কৃপাময়।।৩১৭

হে হৰি, আমি কোটি কোটি অপৰাধৰ অংশীদাৰ। আমি দুৰাচাৰী দুৰ্দান্ত। তোমাৰ দাস বুলি মানি ক্ষমাৰে আমাক উদ্ধাৰ কৰা।

অনাদি অনন্ত অচিন্ত্য ঈশ্বৰ
তুমি যে নিত্য নিৰ্মল
গুচায়ো কুমতি ভজোহো কেৱল
তোমাৰ পদ কমল।।৩১৮

হে প্ৰভু, তুমি অনাদি অনন্ত শুদ্ধ আৰু সৰ্বদা নিৰ্মল। তুমি তোমাৰ কুমতি দূৰ কৰা — আমি কেৱল তোমাৰ পাদ পদ্মত বন্দনা কৰো।

হে ভগৱন্ত ভজোঁহো তোমাৰ
অভয় পদ কমলে।
মই অনাথক ৰাখিয়ো ঈশ্বৰ
অৰুণ চৰণ তলে।।৩১৯

হে প্ৰভু ভয়হীন হৈ তোমাৰ চৰণত আমি শৰণ লওঁ। আমি অনাথক দয়া কৰি তোমাৰ পদ কমলত অকণি থান দিয়া যাতে সূৰ্য্যৰ দৰে ৰক্তিম পদযুগল আমাৰ নিবাস হয়।

হেন কৃষ্ণ কৃপাময় প্ৰভু মোক
কৰা কৃপা এহি মান।
তোমাৰ চৰণে ৰহোক আমাৰ
সদায়ে নিৰ্মল জ্ঞান।।৩২০

হেন কৃপাময় হৰি আমাক ইমানকে দয়া কৰে। তোমাৰ চৰণত যেন আমাৰ সৰ্বতি কাল বাস হয়। আমি যেন নিৰ্মল জ্ঞানী অধিকাৰী হওঁ।

জয় জগ বন্ধু জগত কাৰণ
নাৰায়ণ নিৰাকাৰ।
কেৱলে তোমাৰ চৰণ পঙ্কজে
ৰহোক মতি আমাৰ।।৩২১

হে জগতৰ কাৰণ, নাৰায়ণ, নিৰাকাৰ জগবন্ধু, কেৱল যেন তোমাৰ পাদ পদ্মত আমাৰ মতি হয়।

দীন দয়াশীল দেৱ দামোদৰ
দীনক নেৰিবা মোক।
হেন কৃপা কৰা তযু পদে মোৰ
সহজ ৰতি মিলেক।।৩২২

তুমি দীন দুখীতৰ তাৰণ কাৰণ। আমি অতিকৈ নিঃকিন, তুমি আমাক নেৰিবা। তেনে দয়া কৰিলেই আমি ধন্য হওঁ, যাৰ বাবে আমাৰ মতি যেন সদায় তোমাৰ চৰণতে থাকে।

তোমাৰ চৰণ সেৱাৰ গোবিন্দ
নজানো একো উপায়।
যিমতে সেৱাত ৰহিবো কৰুণা
কৰিতে হৰি যুৱাই।।৩২৩

হে গোবিন্দ, কি মতে তোমাৰ চৰণত সদায় সেৱা জনাওঁ, তাৰ একোৱে উপায় নাজানো। যি কৰিলে সদায় তোমাৰ চৰণত ৰ'ব পাৰো ঠিক তেনে উপায় দি আমাক উদ্ধাৰ কৰা।

হে প্ৰাণ হৰি দান্তে তৃণ ধৰি
মাগোহো তোমাৰ পাৱে।
মোৰ মন মজ্জি তোমাৰ পাৱত
ৰহোক হৰি স্বভাৱে।।৩২৪

হে প্ৰভু, কাতৰকৈ কাকুতি জনাওঁ — তোমাৰ চৰণত আশ্ৰয় দিবলৈ। মোৰ মন যেন সদায় তোমাৰ চৰণতে মজ্জি থাকে। ই যেন এক স্বাভাৱিক উপায়েৰেই হয়।

জড় তাপ পীড়া মৰণ সময়ে
কৰা হৰি কৃপা মোক।
তযু গুণ নাম শ্ৰৱণ স্মৰণ
বচন গোচৰ হোক।।৩২৫

হে হৰি তুমি জড়,তাপ, পীড়া আৰু মৰণৰ পৰত সহায় কৰা। তোমাৰ নামগুণ যেন আমাৰ নিতৌ শ্ৰৱণ, স্মৰণ আৰু বচনত বিৰাজ কৰে।

গোপিনীৰ ধন ব্ৰজৰ জীৱন
মোহন ৰাম গোবিন্দ।
পৰম সাদৰে শিৰে তুলি ধৰো।
তযু পদ অৰবিন্দ।।৩২৬

ব্ৰজৰ জীৱন মোহিনী আৰু গোপিনীৰ প্ৰাণৰো প্ৰাণ, আলফুলীয়াকৈ তোমাৰ বঙ্কিম চৰণ যুগল আমি শ্ৰদ্ধাই শিৰিত তুলি লওঁ।

## (২৭) নাম মহিমা

কৃষ্ণৰ পৰম নিৰ্মল চৰিত্ৰ

কথাৰ যৈত প্ৰকাশ।

গঙ্গা আদি কৰি যত তীৰ্থ আছে

তৈতেসে কৰে নিবাস।।৩২৭

কৃষ্ণৰ নিৰ্মল চৰিত্ৰৰ বিষয়ে যত চিন্তা-চৰ্চা হয়, তাতেই গঙ্গা আদি যতবোৰ তীৰ্থ আছে সকলোবোৰ বিদ্যমান হৈ থাকে।

শ্ৰীৰাম নাম ভকত জনৰ

মহা ধন হীৰা বিত্ত।

সংসাৰ সাগৰ তাৰ দুৰ্গ পাৰ

শ্ৰীৰাম নাম নিশ্চিত।।৩২৮

ভকতৰ বাবে শ্ৰীৰাম নামেই অমূল্য ধন, হীৰা অথবা সম্পত্তি। সংসাৰ সাগৰত তেওঁৰ নামেই সাৰ।

শ্ৰীৰাম নাম মল অৰণ্যত

বাড়ৱ অগনি সম।

শ্ৰীৰাম নাম মনৰ উৎসৱ

ভদ্ৰতো ভদ্ৰ উত্তম।।৩২৯

শ্ৰীৰাম নাম অগ্নিৰ দৰে তড়িৎ গতিত মল অৰণ্যত বিয়পি পৰিছে। এই ৰাম নাম সৰ্বোত্তম।

নাৰায়ণ নাম নৰ সমস্তৰ

প্ৰসিদ্ধ চৌৰ বিশেষ।

অনেক জন্মৰ সঞ্চিত পাতক

স্মৰণে হৰে নিঃশেষ।।৩৩০

মানুহৰ বাবে নাৰায়ণ সৰ্বোত্তম। তেওঁৰ নামে ভুবন বিখ্যাত — মনুষ্যৰ বাবে চোৰ অৰ্থাৎ অপহাৰক বিশেষ। তেওঁৰ নাম অন্তৰত প্ৰৱেশ কৰিলে অনেক জন্মৰ পাপীও উদ্ধাৰ হয়।

ৰাম শব্দৰ ৰা পদ ভৈল

প্ৰচণ্ড বহ্নি নিশ্চয়।

ম বায়ু সমে অধৰ্ম অৰণ্য

দহিয়া ভস্ময় কৰয় ।।৩৩১

ৰাম শব্দৰ 'ৰা' ৰ অৰ্থ হ'ল দাবানল অৰ্থাৎ ভয়ঙ্কৰ অগ্নি আৰু 'ম' যুক্ত হৈ বায়ুৰ ৰূপ লৈ অধৰ্ম অৰণ্য দহি ভস্ম কৰে।

কু-কথা পাষণ্ড সম্বাদ বিবাদ

পৰ্বত অতি নিষ্ঠুৰ।

ৰাম কৃষ্ণ নাম ব্ৰজক প্ৰহাৰি

কৰা তাক মষিমূৰ।।৩৩২

অসৎ আলাপ, কু-মন্ত্ৰণা, বিবাদ পৰ্বত-প্ৰমাণ নিষ্ঠুৰ ব্যৱহাৰ ৰামকৃষ্ণ নাম ল'লে তুৰন্তে মষিমূৰ হয়। ৰামকৃষ্ণ নাম ব্ৰজসম ভয়ঙ্কৰ।

অপাৰ আনন্দ ৰস ৰাম নাম

মুখত থাকে যাহাৰ।

মুকুতি সুখকো যাৱে পাছ কৰি

আন সুখ কোন ছাৰ।।৩৩৩

যাৰ মুখত নিৰন্তৰ ৰাম নাম থাকে তেওঁ অপাৰ আনন্দৰ অধিকাৰী হয়। তেনেলোকে মুকুতি সুখকো একাষৰীয়া কৰি থৈ ৰাম নাম লয়। তাতকৈ আৰু আন কি সুখ আছে।

যিটো মহাজনে ঈশ্বৰ কৃষ্ণৰ

ভজয় পদ কমল।

কুল উদ্ধাৰিল আপোনো তৰিল

তাৰে সে জন্ম সফল।।৩৩৪

যিজনে ঈশ্বৰ কৃষ্ণৰ পদ কমল ভজে, তেওঁ আপুনি তৰাৰ ওপৰিও আপোন কুল উদ্ধাৰ কৰি জন্ম সফল কৰে।

সুদৃঢ় বিশ্বাস কৰি যিটো জন

সদা ৰাম নাম গাৱে।

তাক বাপ দায় দিয়া দুষ্ট কলি

দূৰতো দূৰ পলাৱে।।৩৩৫

যি দৃঢ় মনেৰে ৰাম নাম লয় তেওঁৰ ওচৰৰ পৰা দুষ্ট কলিয়ে তৰা-নৰা

চিণ্ডি দৌৰি পলায়।

অলপ অক্ষৰ ৰাম কৃষ্ণ নাম
কোমলতো সু-কোমল।
ৰাম কৃষ্ণ নাম সবাৰো সুহৃদ
মঙ্গলৰো সুমঙ্গল।।৩৩৬

ৰাম কৃষ্ণ নাম কোমলৰো কোমল, ই সবাৰে সুহৃদ আৰু মঙ্গলৰো সুমঙ্গল।

মুকুত সবৰো মনক টানিয়া
আনয় হৰিৰ গুণে।
এক প্ৰাণ হুয়া মহন্ত সকলো
গাৱয় কহয় শুনে।।৩৩৭

হৰিৰ গুণে মুকুত অৰ্থাৎ মুক্তিপ্ৰাপ্তজনকো টানি আনে। মহন্তসকলে একান্ত চিত্তে তেওঁৰ গুণ গান গায়, শুনে আৰু আনকো শুনায়।

হৰিৰ নামৰ অনন্ত মহিমা
জানি মহাজনে গান্ত।
আপোন নামৰ মহাজনে হৰি
আপুনি অন্ত নাপান্ত।।৩৩৮

হৰিৰ নামৰ মহিমা অনন্ত অন্তহীন। সেই কথা জানি সাধুসকলে তেওঁৰ নাম লয়। ভগৱানৰ মহিমা ইমানেই ব্যাপক যে তেওঁ নিজেও তাৰ অন্ত নাপায়।

হৰিৰ নামৰ অনন্ত প্ৰভাৱ
কোনে কহি পাৰে সীমা।
সংসাৰ বিনাশে হৰিকো প্ৰকাশে
নামৰ মহা মহিমা।।৩৩৯

হৰি নামৰ অনন্ত প্ৰভাৱৰ কথা কোনেও কৈ শেষ কৰিব নোৱাৰে। সংসাৰ বিনাশৰ বেলাত তেওঁৰ মহিমা প্ৰকাশ হৈ থাকে।

হৰিৰ নামত একোৰে বিঘিনি
নাহিকে জানা নিশ্চয়।
আনো যত ধৰ্ম তাহাৰ বিঘিনি
নামেসে দূৰ কৰয়।।৩৪০

হৰি নাম ল'লে একো বিঘিনি নহয়। অন্য ধৰ্মত থকা বাধা বিঘিনিও হৰি নামেহে দূৰ কৰিব পাৰে।

ৰাম নাম মহা প্ৰমত্ত সিংহৰ
ধ্বনি শুনি ৰিণি ৰিণি।
পাপময় যত মাতঙ্গ পলায়
মিলিল হেৰা বিঘিনি।।৩৪১

মহা প্ৰতাপী ৰামনাম সিংহৰ ধ্বনি যদি ৰিণিকি ৰিণিকি দূৰতো হস্তী সম পাপে শুনে সিও ছিটিকি পলায়।

ৰাম কৃষ্ণ নাম কীৰ্ত্তন বাঢ়ব
অগনিৰ শিখা লাগি।
অসুৰ ৰাক্ষস পাষণ্ড পিশাচ
পলায় দশোদিশে ভাগি।।৩৪২

ৰামকৃষ্ণ নাম অগনিৰ শিখা লাগি যেতিয়া বাঢ়ে, তেতিয়া অসুৰ, ৰাক্ষস, পাষণ্ড, পিশাচ দশোদিশে দৌৰি পলায়।

জয় জগজীৱ জগত কাৰণ
জয়তি জগ নিবাস।
তোমাৰ ভকতি ৰসে মুকুতিকো
কৰে আতি উপহাস।।৩৪৩

হে প্ৰভু, তুমি জগতৰ কাৰণ জীৱন। তোমাৰ ভক্তিৰ ৰসে মুক্তিকো উপহাস কৰে।

কৃষ্ণ নাম ইটো পৰম মঙ্গল
যাহৰ থাকে বাক্যত।
সিটো পুৰুষৰ, ভস্ম হুয়া যায়
মহাপাপ কোটি শত।।৩৪৪

মঙ্গলময় কৃষ্ণৰ নাম যাৰ হৃদয়ত, বাক্যত থাকে, তেনে পুৰুষৰ কৌটি কৌটি মহাপাপো ভস্ম হৈ যায়।

পৰম উজ্জ্বল হৰি নাম ৰত্ন
কণ্ঠত যিটো পিন্ধয়।

তাহাৰ পুৰুষ যতেক আছয়

সবাকো শোভা কৰয় ।।৩৪৫

যি পৰম জ্যোতিময় হৰিনাম নিৰন্তৰ কণ্ঠত পিন্ধে অৰ্থাৎ লয়, তেওঁ নিজৰ ওপৰিও আপোনাৰ সকলোটি জীৱৰ কণ্ঠত সেই নামৰত্ন পিন্ধায় গৌৰান্বিত হয়।

পৰম প্ৰশস্ত নাৰায়ণ পৰ

মুক্তাৰো মাজে বিৰল।

এহিমানে মাত্ৰ পুৰুষাৰ্থ সাৰ

হৰিৰ সেৱাৰ ফল।।৩৪৬

পৰম প্ৰশস্ত নাৰায়ণ মুক্তিপ্ৰাপ্ত সকলৰ মাজতো পৰ নহয়, এনে হোৱাৰ কাৰণ হৰিৰ সেৱা।

ধৰ্মে পৃথিৱীৰ আগত কহিলা

মহা ভাগৱত ধৰ্ম।

মুকুতি সুখৰ কেৱল আশ্ৰয়

জানা মাধৱৰ কৰ্ম।।৩৪৭

ধৰ্মই জগতক মহা ভাগৱতৰ ধৰ্মৰ কথা ক'লে যে মুক্তি সুখৰ আশ্ৰয় মাত্ৰ মাধৱৰ কৰ্ম।

কৃষ্ণ গুণ নাম ধৰ্মেসে পৰম

মঙ্গলৰো সুমঙ্গল।

কৃষ্ণৰ কীৰ্ত্তন ৰসেহে কেৱল

মুকুতি সুখৰ ফল।।৩৪৮

কৃষ্ণৰ নামেই পৰম আৰু পৰম কল্যাণকামী। কৃষ্ণৰ কীৰ্তন ৰসহেজ্জ কেৱল মুক্তি সুখৰ ফল।

যিহেতু কৃষ্ণৰ কীৰ্তন -ধৰ্মত নাহিকে পাত্ৰ নিয়ম।

কেৱলে কৃষ্ণৰ কীৰ্তনে কৰয় সমস্তৰে নৰোত্তমে।।৩৪৯

কৃষ্ণৰ নাম ল'বলৈ কোনো বিশেষ পাত্ৰ বা নিয়ম নাই। ই সবাৰে। শ্ৰেষ্ঠ পুৰুষে সেয়েহে কেৱল হৰিৰ নাম লয়।

অন্যত্ৰ সাধনে কোন বিচক্ষণ

জনক মোক্ষ দিৱয়।

কৃষ্ণৰ জন্মৰ কৰ্মৰ কীৰ্ত্তনে

মুকুতিকো বিৰম্বয়।।৩৫০

হৰিক নভজি অন্য দেৱ-দেৱতাক পূজি কোনেও মোক্ষ বা মুক্তি নাপায়। কৃষ্ণৰ জন্ম লীলা কীৰ্ত্তন কৰিলে মুকুতিকো এৰুলীয়া কৰি থব পাৰি।

ৰাম হেন ইটো দুগুটি অক্ষৰ

বলৰ নাহিকে সীমা।

মুকুতি সুখকো কৰিল অধীন

আছোক আন মহিমা।।৩৫১

দুটি আখৰৰ ৰামনামৰ বলৰ সীমা নাই। ই মুক্তি সুখকো অধীন কৰিব পাৰে।

যিটো ৰুদ্ৰদেৱে পৰম লীলায়ে

জগতক সংসাৰন্ত।

ৰামৰ নামৰ তেহোঁ হয়া বশ

দিনে ৰাতি সমৰন্তে।।৩৫২

যি ৰুদ্ৰ দেৱতাই আপোন লীলা প্ৰদৰ্শন কৰি জগতকে বিনাশ কৰে তেওঁও ৰাম নামৰ অধীন হৈ দিনে ৰাতিয়ে বিবুধক সোঁৱৰণ কৰে।

নাৰদ সনত কুমাৰ অনন্ত

শুক মুনি আদি কৰি।

মুকুতি সুখক ঠেলি ৰাম নাম

সদায়ে ফুৰে সুমৰি।।৩৫৩

নাৰদ, সনত কুমাৰ, শুক মুনিৰ দৰে শ্ৰেষ্ঠ আৰু জ্যেষ্ঠ পুৰুষেও মুক্তি সুখক একাষৰীয়া কৰি থৈ নিতৌ ৰাম নাম লৈ ফুৰে।

ইটো ৰাম নামে আপোনাৰ গুণে

ঈশ্বৰকো কৰে বশ্য।

এতেকে জানিবা ৰাম নাম বিনে

শাস্ত্ৰৰো নাই ৰহস্য।।৩৫৪

ৰাম নামৰ মহাত্মই ঈশ্বৰকো বশ কৰে। গতিকেই হে জীৱ, নিশ্চয়কৈ জানিবা যে ৰাম নামৰ বিনে শাস্ত্ৰৰো আন ৰহস্য নাই।

চৈতন্য ঈশ্বৰ আদিত্য যাহাৰ
হিয়াত ভৈলা প্ৰকাশ।
কাল মেঘ প্ৰায় অবিদ্যা আন্ধাৰ
তাহাৰ হোৱে বিনাশ।।৩৫৫

চৈতন্য ঈশ্বৰ যাৰ হিয়াত সূৰ্য্যৰ দৰে বিৰাজমান হৈ থাকে, তেওঁৰ কাল মেঘৰ দৰে আন্ধাৰ অবিদ্যা সকলো বিনাশ হয়।

ভালুক বানৰ ৰাক্ষক তৰিল
ৰামক কৰিয়া সেৱ।
হেনয় পৰম কৃপালু দেৱতা
ৰাম বিনে নাহি কেৱ।।৩৫৬

ৰাম নাম লৈ ভালুক, ৰান্দৰ, ৰাক্ষস সকলো উদ্ধাৰ হ'ল। তেনেকুৱা পৰম দয়ালু দেৱতা আৰু কোনো নাই।

নিৰ্গুণ কৃষ্ণৰ গুণক প্ৰকাশ
কৰিলা শ্ৰীশঙ্কৰে।
শ্ৰৱণ কীৰ্ত্তন কৰি মহা সুখে
পাপীয়ো সংসাৰ তৰে।।৩৫৭

নিৰ্গুণ কৃষ্ণৰ মহিমা শ্ৰীমন্ত শঙ্কৰে প্ৰকাশ কৰিলে। সেই শ্ৰৱণ কীৰ্ত্তন কৰি মহাপাপীয়েও সংসাৰ সমুদ্ৰ মহা সুখে পাৰ কৰে।

পৰম ঈশ্বৰ কৃষ্ণ দেৱতাৰ
গুণৰ নাহিকে অন্ত।
ইহাৰ তত্ত্বক জানিবা কেৱলে
শঙ্কৰে মাত্ৰ জানন্ত।।৩৫৮

পৰম ঈশ্বৰ কৃষ্ণৰ মহিমাৰ অন্ত নাই। ইয়াৰ পৰম তত্ত্ব গুৰু শঙ্কৰেহে জানিলে।

## (২৮) নাম

ৰামকৃষ্ণ হৰি গোপাল গোবিন্দ

মুকুন্দ মধু-মুৰাৰি।
ভকতৰ ধন হৃদয়-ৰঞ্জন
ব্ৰজজন অধিকাৰী।।৩৫৯

হে হৰি, তুমি ৰাম, কৃষ্ণ, গোপাল, গোবিন্দ, মুকুণ্দ, মধু মুৰাৰি, ভকতৰ প্ৰাণ ধন, হৃদয় ৰঞ্জন আৰু ব্ৰজবাসীৰ অধিকাৰী।

ৰাম অনন্ত প্ৰভু ভগৱন্ত
ভকতৰ ভয় ভঞ্জন।
নিত্য নিৰঞ্জন দানৱ-গঞ্জন
সৰ্জ্জন-জন-ৰঞ্জন।।৩৬০

হে ৰাম, তুমি অনন্ত, প্ৰভু ভগৱন্ত, ভকতৰ ভয় বিনাশ কৰোতা, নিত্য নিৰঞ্জন, দানৱ দমন কৰোতা আৰু সাধুজনৰ সুখৰ কাৰণ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰঘুপতি
ৰাঘৱ ৰঘু নন্দন।
অনাদি অনন্ত শিৱ সনাতন
অচ্যুত জগবন্দন।।৩৬১

তুমি ৰাম, কৃষ্ণ, ৰঘুপতি, ৰাঘৱ, ৰঘু নন্দন, অনাদি, অনন্ত, শিৱ, সনাতন, অচ্যুত আৰু জগত কৰ্ত্তা।

দৈৱকী নন্দন ৰাম নাৰায়ণ
জগত কাৰণ ৰাম।
সৰ্বদেৱ শিৰোমণি নাৰায়ণ
সমস্ত সুখৰ ধাম।।৩৬২

হে হৰি, তুমি দৈৱকী নন্দন, ৰাম, নাৰায়ণ, জগতৰ কাৰণ, সকলো সুখৰ আকৰ আৰু সৰ্বোত্তম দেৱতা ঈশ্বৰ।

নিৰাকাৰ নিৰাময় নৰোত্তম
নাৰায়ণ নিৰঞ্জন।
মুকুন্দ মুৰাৰি ভৱ ভয়হাৰী
ভকতজন ৰঞ্জন।।৩৬৩

তুমি নৰোত্তম, নিৰাকাৰ, নিৰাময়, নাৰায়ণ, নিৰঞ্জন, মুকুণ্দ মুৰাৰি,

সংসাৰৰ ভয় হৰণ কৰোতা আৰু ভকতক আনন্দ প্ৰদান কৰোতা।

মাধৱৰ নাম বৎস প্ৰায় ভৈল
ভক্তে তাঙ্ক লৈয়া যান্ত।
বেদৰ ঈশ্বৰ হৰি ধেনু যেন
তাৰ পাছে পাছে ধান্ত।।৩৬৪

মাধৱৰ নাম এটি শিশুৰ দৰে। ভকত সকলে শিশুৰ দৰে তেওঁৰ নাম লৈ ফুৰে। বেদৰ ঈশ্বৰ হৰি ধেনু হেন, ভকত সকল ৰখীয়া হৈ তাৰ পাছে পাছে গৈ থাকে।

## (২৯) প্ৰশংসা

তাৰাসবে পূজ্য তাৰাসৱে ধন্য
তাৰাসে সুহৃদ জন।
কলি যুগে হৰি আনকো বোলাৱে
আপুনো কৰে কীৰ্ত্তন।।৩৬৫

যি ভগৱানৰ সুহৃদ বা বন্ধু তেওঁলোক ধন্য আৰু পূজ্য। কলি যুগত হৰিয়ে আনকো মাতে আৰু নিজওে কীৰ্ত্তন কৰে।

হৰিক বান্ধৱ বুলিয়া যিজনে
কৰয় হৰি কীৰ্ত্তন।
সমস্ত শাস্ত্ৰৰ তত্ত্বক জানিল
জানা সেহি মহাজন।।৩৬৬

হৰিক সুহৃদ বুলি যিজনে তেওঁৰ কীৰ্ত্তন কৰে, তেওঁ সমস্ত শাস্ত্ৰৰ তত্ত্ব বুজি পায়।

যেৱে হৰি পদে শৰণ পশিয়া
হৰি নাম লৱে মুখে।
হৰিৰ প্ৰসাদে পাৱয় সিজনে
মায়াকো তৰয় সুখে।।৩৬৭

যেতিয়া জীৱই হৰিৰ পদত শৰণ লৈ তেওঁৰ নাম কীৰ্ত্তন কৰে তেতিয়াই তেওঁৰ দয়াত মায়া সহজে ত্যাগ কৰিব পাৰে।

ধন্য কলি যুগ ধন্য ৰাম নাম

ধন্য ধন্য নৰ-কায়া।
ভাগ্যহীন জনো জপি ৰাম নাম
তৰয় দুষ্টৰ মায়া।।৩৬৮

কলি যুগত ৰাম নাম ললেই ধন্য হ'ব পাৰি। সেয়েহে ধন্য কলি যুগ, ধন্য ৰাম নাম আৰু ধন্য এই আমাৰ মনুষ্য শৰীৰ। ভাগ্যহীন জনেও ৰাম নাম জপি দুষ্ট মায়াৰ কলবৰ পৰা উদ্ধাৰ পায়।

কলিৰ লোকৰ ভাগ্যৰ মহিমা
কোনে কহি পাৰে পাৰ।
হৰি গুণ নাম কলিৰ সুধৰ্ম্ম
সমস্ত শাস্ত্ৰৰ সাৰ।।৩৬৯

কলিকালত কোনেও কাৰো ভাগ্যৰ কথা ক'ব নোৱাৰে। হৰিৰ নাম গুণেই কলিকালত সৰ্ব শাস্ত্ৰৰ সাৰ।

হৰি কথা ৰস নিৰ্ম্মল অমৃত
যিটো জনে পান কৰে।
সংসাৰ মধ্যত সি সি জনে মাত্ৰ
সফল জন্ম ধৰে।।৩৭০

যিজন হৰিৰ নিৰ্মল অমৃত কথা পান কৰে, এই সংসাৰত কেৱল তেওঁৰহে জীৱন সফল হয়।

## (৩০) বস্তু প্ৰকাশ

হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী।
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙ্গি দিলা
বহে ব্ৰহ্মাণ্ডক ভেদি।।৩৭১

এই পৃথিৱীতে হৰি নাম শ্ৰৱণ কীৰ্ত্তনৰ বাবে বৈকুণ্ঠ প্ৰকাশ হয় আৰু প্ৰেম অমৃতৰ নদী বয়। শ্ৰীমন্ত শঙ্কৰে দয়া কৰি সেই প্ৰেম অমৃতৰ নদীৰ পাৰ ভাঙ্গি দিয়াত এতিয়া সি ব্ৰহ্মাণ্ড জুৰি প্ৰবাহিত হৈছে।

গোবিন্দৰ প্ৰেম অমৃতৰ নদী
বহে বৈকুণ্ঠৰ পৰা।

চাৰি পুৰুষাৰ্থ তাহাৰ নিজৰা

হৰিনামে মূল ধাৰা।।৩৭২

গোবিন্দৰ প্ৰেম অমৃতৰ নদী বৈকুণ্ঠৰ পৰা প্ৰবাহিত হয়। চাৰি পুৰুষাৰ্থ অৰ্থাৎ ধৰ্ম, অৰ্থ, কাম আৰু মোক্ষৰ মূল ধাৰা হ'ল হৰিনাম।

হৰি ভক্তি দান দিয়া জগতক

তাৰিলা সংসাৰ সিন্ধু।

হেনয় কৃপালু শঙ্কৰ বিনাই

নাহি নাহি আন বন্ধু।৩৭৩

হে গুৰু তুমি জগতক হৰি ভক্তিদান দি সংসাৰ সিন্ধুৰ পৰা ৰক্ষা কৰিলা। তেনে দয়ালু শঙ্কৰতকৈ আন কোনো বন্ধু নাই।

হৰি ভকতিৰ পাতিলন্ত হাট

শঙ্কৰে জগত জুৰি।

ৰাম নাম ৰত্ন বেহায়া জগত

চলয় বৈকুণ্ঠ পুৰী।।৩৭৪

শঙ্কৰ গুৰুৱে সংসাৰ জুৰি হৰি ভকতিৰ হাট স্থাপন কৰিলে। সেই বজাৰত ৰাম নাম ৰত্নৰ বেপাৰ চলাই বৈকুণ্ঠ পুৰীলৈ গমন কৰিলে।

শ্ৰীমন্ত শঙ্কৰ হৰি ভকতৰ

জানা যেন কল্পতৰু।

তাহান্ত বিনাই নাই নাই নাই

আমাৰ পৰম গুৰু।। ৩৭৫

শ্ৰীমন্ত শঙ্কৰ হৰি ভক্তৰ কল্পতৰু অৰ্থাৎ বাঞ্ছিত ফল দিয়া গছ স্বৰূপ। তেওঁৰ অবিহনে আমাৰ আন গুৰু নাই।

## (৩১) নিবেদন

কতনো আমাৰ অপৰাধ হৰি

কৰিয়া আছো প্ৰচুৰ।

বুদ্ধিত থাকিয়া নেদাহা সুবুদ্ধি

কৃপাৰ হুয়া ঠাকুৰ।।৩৭৬

হে হৰি, কিমান যে অমাৰ্জনীয়া অপৰাধ কৰি আছোঁ। বুদ্ধি থাকিও আমাক কিয় সদয় হৈ বুদ্ধি নিদিয়া প্ৰভু।

যিহেতু তোমাৰ চৰণ পঙ্কেজে
নভজিলো নাৰায়ণ।
যিহেতু অনাদি অবিদ্যা আমাৰ
কৰিলক জ্ঞান উচ্ছন।।৩৭৭

তোমাৰ চৰণ পদ্মত শৰণ নোলোৱাৰ বাবে আমি অবিদ্যাৰ ঘোৰ আন্ধাৰত পৰি ৰ'লো আৰু আমাৰ জ্ঞান অন্তৰ্হিত হ'ল।

তুমি নিজ পিতৃ গুৰু ইষ্ট দেৱ
নভজো তোমাৰ পাৱে।
এহি দোষে মোক যম দূতে ধৰি
যাতনা দুঃখ ভুঞ্জাবে।।৩৭৮

তুমি মোৰ পিতৃ, ইষ্ট দেৱতা তথাপি তোমাৰ চৰণ হ'ল পৰ। এই দোষত যমদূতে ধৰি মোক যাতনা ভোগায়।

তুমি প্ৰিয় আত্মা পৰম দেৱতা
তোমাৰ ভৈলো বিমুখ।
এতেকে তোমাৰ মায়ায়ো আমাক
দিলেক সংসাৰ দুঃখ।।৩৭৯

তুমি প্ৰিয় আত্মা পৰম দেৱতা কিন্তু তথাপি তোমাক নভজি বিমুখ হ'লোঁ। তোমাৰ মায়া বজাৰত ভুল গৈ আমি সংসাৰ যাতনা ভুগিলো।

## (৩২) কলি ধৰ্ম নিৰ্ণয়

সত্যাদিৰ লোকে কলিত জনম
বাঞ্ছা কৰে নিৰন্তৰ।
হৰি গুণ গয়া নিশ্চয় কলিত
হৈবে নাৰায়ণ পৰ।।৩৮০

সত্যাদিৰ লোকে কলিকালত জন্ম ল'বলৈ বাঞ্ছা কৰে। কিয়নো কলিকালত হৰি গুণ গায়ে নাৰায়ণত শৰণ ল'ব পাৰি।

ঘোৰ কলি যুগ পাইলে সৰ্ব ধৰ্ম
ৰৰ্জিত ভৈল নিশ্চয়।
নাৰায়ণ পৰ ভৈল কৃত্যকৃত্য
হোৱয় নাহি সংশয়।।৩৮১

ঘোৰ কলি যুগত সৰ্ব ধৰ্ম বৰ্জিত হ'ল। নাৰায়ণ সিদ্ধ হ'লে সকলো সংশয় দূৰ হয়।

হৰি গুণ নাম কীৰ্ত্তনে কলিৰ
কল্মষ কৰি নিৰাশ।
অনায়াসে ঘোৰ সংসাৰ তৰিয়া
পাৱয় হৰিৰ পাশ।।৩৮২

হৰিৰ নাম গুণে কলিৰ পাপ দূৰ কৰে। ভগৱানৰ নাম লৈ অনায়েসে সংসাৰৰ দুখ পাৰ হৈ ভগৱানৰ সমীপ পাই ধন্য হ'ব পাৰি।

সমস্ত শাস্ত্ৰৰ পৰম নিৰ্ণীত
হৰি গুণ নাম মাত্ৰ।
কলিৰ পৰম মলিন মনুষ্য
সি ধৰ্মৰ ভৈল পাত্ৰ।।৩৮৩

সকলো শাস্ত্ৰৰ স্বীকাৰ্য্য ধৰ্ম হ'ল হৰি নাম। কলিৰ মলিনতাৰে কলুষিত মানুহো সেই ধৰ্মৰ পাত্ৰ হ'ল।

কলিৰ লোকক পৰম কৃপালু
কৃষ্ণে কৰিলন্ত দায়া।
মোৰ গুণ নাম গায়া মহা সুখে
তৰোক দুষ্টৰ মায়া।।৩৮৪

কলি কালৰ মানুহক পৰম দয়ালু কৃষ্ণই উপকৃত কৰিলে। তেওঁৰ নাম শ্ৰৱন কীৰ্তন কৰি দুষ্ট মায়াৰ হাত সাৰি মহা সুখত থাকিবলৈ উপায় দিলে।

কলিৰ মনুষ্য ভৈল ভাগ্যহীন
পাপ সাগৰত মজি।
হেন পাপী সবে কৃষ্ণ গুণ গায়া

তৰয় কৃষ্ণক ভজি ।।৩৮৫

পাপ সাগৰত মজি কলিৰ মানুহ ভাগ্যহীন হ'ল। তেনে পাপীয়েও হৰিৰ গুণগাই, তেওঁত ভজি নিস্তাৰ পায়।

কলিৰ লোকৰ যি ভাগ্য মিলিল
কহিয়া অন্ত নপাই।
নিৰন্তৰে লোক নাৰায়ণ পৰ
হোৱে হৰি গুণ গাই।।৩৮৬

কলি কালত মানুহৰ যি ভাগ্য প্ৰাপ্ত হ'ল তাক লৈ অন্ত কৰিব নোৱাৰি। নিতৌ নিৰন্তৰ হৰিৰ গুণ গাই সিসকল কৃষ্ণময় হ'ল।

মুকুত কোটিৰ মাজত দুৰ্লভ
জানা নাৰায়ণ পৰ।
কলি যুগ হেন নাৰায়ণ পৰ
হৈব লোক নিৰন্তৰ।।৩৮৭

মুক্তিপ্ৰাপ্ত কোটিজনৰ মাজতো নাৰায়ণ দুৰ্লভ। তেনে দুৰ্লভ নাৰায়ণ কলি যুগত উপাস্য হৈ পৰিছে।

কলিত হৰিৰ কীৰ্তন সুখে
সৰ্ব পুৰুষাৰ্থ পায়।
হৰিৰ কীৰ্তন বিনাই কলিত
আন মহা লাভ নাই।।৩৮৮

কলিত হৰিৰ কীৰ্তন কৰি ধৰ্ম, অৰ্থ, কাম, মোক্ষ লাভ কৰিব পাৰি। হৰিৰ কীৰ্তন বিনে কলি কালত আন মহা লাভ নাই।

কলিৰ মলত মজিলো গোবিন্দ
গতি মোৰ নাহি আন।
তোমাৰ নামত কৰিলো আশ্ৰয়
জানিবা ধৰ্ম প্ৰধান।।৩৮৯

কলিৰ মায়াত মলযুদ্ধ কৰ্মত মজি আমি বুৰ গ'লোঁ হে গোবিন্দ; তোমাৰ নামেই শ্ৰেষ্ঠ ধৰ্ম বুলি জানি তোমাত শৰণ ল'লো।

## (৩৩) হৰবাৰ

চৈতন্য আদিত্য হৃদয় আকাশে
সৰ্বদায়ে প্ৰকাশয়।
উদয়াস্ত নাই সন্ধ্যা উপাসনা
কৰিবো কোন সময়।।৩৯০

চৈতন্য সূৰ্য্যই হৃদয় আকাশত সদায় প্ৰকাশ কৰে। তাত যিহেতু উদয়াস্তৰ কথাই নাই — সন্ধ্যা উপাসনা কৰিবৰো কোনো প্ৰয়োজন নাই।

যিহেতু গোবিন্দ নিজ যশ প্ৰিয়
ভকত বৎসল হৰি।
সিহেতু সদায়ে নাম গুণ শুনি
থাকন্ত আনন্দ কৰি।।৩৯১

ভগবান যিহেতু আপোন যশ প্ৰিয় তেওঁৰ ভকত প্ৰীতি অনন্য। সেয়েহে তেওঁ ভকতৰ লগত আপোনাৰ শ্ৰৱণ-কীৰ্তন শুনি পৰম আনন্দত কাল যাপন কৰে।

পৰম নিৰ্মল ধৰ্ম হৰি যশ
জগত পাৱন কাৰী।
তাতেসে আপোন যশত সন্তুষ্ট
ঈশ্বৰ প্ৰভু মুৰাৰি।।৩৯২

পৰম নিৰ্মল ধৰ্ম হ'ল হৰিনাম — সি জগতকো ৰক্ষা কৰে। ভগৱান যিহেতুকে আপোন যশত সন্তুষ্ট হয় তেওঁ হৰিনামৰ ধবনি শুনি তাতেই বাস কৰে।

## (৩৪) কৃষ্ণৰ পুৰুষ লক্ষণ

ঈশ্বৰ কৃষ্ণৰ শুনিয়োক মহা
পুৰুষ লক্ষণ সাৰ।
ত্ৰি গম্ভীৰ সপ্ত ৰক্ত পঞ্চ দীৰ্ঘ
উন্নত ছয় প্ৰকাৰ।।৩৯৩

ঈশ্বৰ কৃষ্ণৰ মহাপুৰুষ লক্ষণৰ কথা শুনা। তেওঁ ত্ৰি গম্ভীৰ, সপ্ত ৰক্ত, পঞ্চদীৰ্ঘ আৰু উন্নত ছয় প্ৰকাৰ।

গমন গম্ভীৰ বচন গম্ভীৰ
গম্ভীৰ নাভিকমল।
এহি ত্ৰি গম্ভীৰ স্মৰণে কৃষ্ণৰ
মিলয় মহা মঙ্গল।।৩৯৪

ভগবান ত্ৰি-গম্ভীৰ। তেওঁৰ গমন গম্ভীৰ, বচন-গম্ভীৰ আৰু নাভিকমল গম্ভীৰ। ভগবানৰ এই ত্ৰিগম্ভীৰ ৰূপ স্মৰণ কৰিলে মহা মঙ্গল সধিত হয়।

অৰুণ নয়ন অধৰ দৰ্শন
অৰুণ কৰ চৰণ।
নাম ৰেখা চয় অৰুণ কৃষ্ণৰ
স্মৰণে দুখ[illegible]ৰণ।।৩৯৫

ভগবান সপ্তৰক্ত। তেওঁৰ নয়ন, অধৰ, দশন, কৰ, চৰণ, নখ আৰু আপুনিও নিজে ৰক্তিম। তেওঁৰ স্মৰণত দুখ দূৰ হয়।

সুদীৰ্ঘ নয়ন গ্ৰীবা, বাহু পদ
আৰৰ আঙ্গুলি হয়।
এই পঞ্চ দীৰ্ঘ স্মৰণে কৃষ্ণৰ
মিলে মহামহোদয়।।৩৯৬

ভগবান পঞ্চদীৰ্ঘ। এই পঞ্চদীৰ্ঘ হ'ল তেওঁৰ নয়ন, গল, বাহু, পদ আৰু আঙুলি। এই পঞ্চদীৰ্ঘ স্মৰণ কৰিলে ভগবান প্ৰাপ্তি হয়।

স্কন্ধ উন্নত শ্ৰব, নাসা, পদ
উন্নত নখ হৃদয়।
এহি ছয় স্থান উন্নত কৃষ্ণৰ
স্মৰণে মোক্ষ মিলয়।।৩৯৭

পৰম ঈশ্বৰ গোবিন্দ ছয় প্ৰকাৰ উন্নত। তেওঁৰ স্কন্ধ, ভ্ৰু, নাক, পদ, নখ আৰু হৃদয় উন্নত। এই ছয় উন্নত ভগবানক স্মৰণ কৰিলে ভগবান প্ৰাপ্তি হয়।

## (৩৫) যুগ ধৰ্ম নিৰ্ণয়

মিনতি বচন বোলো সৰ্বজন
শুনিয়ো শাস্ত্ৰৰ মৰ্ম।
আপোন কুশল চোৱা যেবে তেবে

নেৰিবাহা যুগ ধৰ্ম। ।৩৯৮

শুনা হেৰা মনুষ্যগণ, বিনম্ৰ কৈ কওঁ শাস্ত্ৰৰ মৰ্ম শুনা। আপোনাৰ কুশল মঙ্গল চোবা। কেতিয়াও যুগধৰ্ম অৰ্থাৎ হৰিৰ নাম নেৰিবা। কাৰণ কলিত হৰিনামেই শ্ৰেষ্ঠধৰ্ম।

সত্য যুগে ধ্যান ত্ৰেতা যুগে যজ্ঞ
দ্বাপৰ যুগত পূজা।
কলিত হৰিৰ কীৰ্তন বিনাই
আৱৰ নাহিকে দুজা। ।৩৯৯

সত্য যুগত ধ্যান, ত্ৰেতা, যুগত যজ্ঞ, দ্বাপৰ যুগত পূজা আৰু কলিকালত হৰিৰ কীৰ্তন। ভগৱানৰ কীৰ্তনৰ বাদে কলিকালত অন্য দ্বিতীয় আৰু একো নাই।

কলিত হৰিৰ কীৰ্তন বিনাই
অন্যত্ৰ ধৰ্ম আচৰে।
মিছাতে কেৱল শ্ৰম মাত্ৰ পাৱে
একোৱে ফল নধৰে। ।৪০০

কলিকালত হৰিৰ কীৰ্তন নকৰি যদি অন্য ধৰ্ম পালন কৰে, তেওঁ মিছাতে শ্ৰম কৰে আৰু পোবাৰ ভিতৰত একো ফল নাপায়।

কলিত হৰিৰ কীৰ্তন এৰিয়া
আন মতে চাহে গতি।
যেন কুল বধু নিজে স্বামী তেজি
ভজে গৈয়া উপপতি। ।৪০১

কলিত যদি হৰিৰ ধৰ্ম এৰি অন্য ধৰ্ম লৈ গতি বা মুক্তি বিচাৰে তেন্তে সি কুলবধুৱে আপোন স্বামী ত্যাগ কৰি উপপতি ভজাৰ লেখীয়া হয়।

সংসাৰ তৰিতে ইচ্ছা আছে যাৰ
কৰিয়ো হৰি কীৰ্তন।
পৰম নিৰ্মল গতি পায়া সুখে
চিন্তিয়ো কৰ্ম বন্ধন। ।৪০২

সংসাৰৰ হাত সাৰিবলৈ যাৰ ইচ্ছা আছে — হৰিৰ কীৰ্তন কৰা। পৰম

নির্মল গতি পাই কর্ম বন্ধন চিণ্ডি হৰিৰ নাম লোৱা।

সকল নিগম কল্পতৰু তাৰ
ফল মহাভাগৱত।
সেই ফল ৰস হৰি গুণ যশ
পিয়োক সাধু সঙ্গত।।৪০৩

সকলো পথৰ বাঞ্ছিত ফল হ'ল মহাভাগৱত। সেই ফল ৰস হৰিৰ শ্ৰৱন-কীৰ্তন তাকে সাধুৰ সঙ্গত পান কৰা।

পৰম কৃপালু শ্ৰীমন্ত শঙ্কৰে
লোকক কৰিয়া দায়া।
হৰিৰ নিৰ্মল ভকতি প্ৰকাশ
কৰিলা শাস্ত্ৰক চায়া।।৪০৪

পৰম দয়ালু শ্ৰীমন্ত শঙ্কৰে শাস্ত্ৰৰ বিধি দয়া কৰি হৰিৰ নিৰ্মল ভকতিৰ কথা সমাজত প্ৰচাৰ কৰিলে।

## পদ ছন্দ

### (৩৬) ঈশ্বৰ নিৰ্ণয়

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা মাধৱ।
সমস্তৰে আত্মা হৰি পৰম বান্ধৱ।।৪০৫

প্ৰকৃতি পুৰুষ দুইৰো নিয়ন্তা হ'ল মাধৱ। সকলো জীৱৰে আত্মা পৰম ঈশ্বৰ সকলোৰেই পৰম বন্ধু।

### (৩৭) শৰণ

হে কৃষ্ণ তযু পাৱে পশিলো শৰণ।
মই অনাথৰ নাথ তুমি নাৰায়ণ।।৪০৬

হে কৃষ্ণ, মই তোমাৰ চৰণত শৰণ ল'লো। মই অনাথ আৰু তুমিমোৰ স্বামী নাৰায়ণ।

### (৩৮) ভজন

নাৰায়ণ হৰি ৰাম গোপাল গোবিন্দ।
ভজোহো তোমাৰ দুই পদ অৰবিন্দ।।৪০৭

হে নাৰায়ণ, তুমি ৰাম, গোপাল, গোবিন্দ। মই তোমাৰ দুয়ো কমল চৰণত শৰণ লওঁ।

## (৩৯) নমস্কাৰ

নমো হৰি নাৰায়ণ ৰাম ৰাম ৰাম।
সৰ্ব ধৰ্ম শিৰোমণি তুৱা গুণ নাম।।৪০৮

হে হৰি নাৰায়ণ, ৰাম তুমি সৰ্ব ধৰ্মৰ শিৰোমণি অৰ্থাৎ সৰ্বোত্তম — তোমাক আমি নমস্কাৰ জনাওঁ।

বন্দোহো গোবিন্দ ৰাম মুকুন্দ মাধৱ।
যাক সুমৰণে তৰি পাপ পৰাভৱ।।৪০৯

হে গোবিন্দ, ৰাম, মুকুণ্ড, মাধৱ — তোমাক বন্দনা কৰোঁ। তোমাক সোঁৱৰণ কৰিলে পাপ পৰাভুত হয় আৰু জীৱই সংসাৰ যাতনাৰ পৰা ৰক্ষা পায়।

নমো কি নমো ৰাম নমো নাৰায়ণ।
অনাদি অনন্ত সন্ত শিৱ সনাতন।।৪১০

হে ৰাম, হে নাৰায়ণ, তোমাক নমস্কাৰ জনাওঁ। তুমি অনাদি, অনন্ত, সন্ত, শিৱ আৰু সনাতন। তোমাক নমস্কাৰ কৰো।

নমো নাৰায়ণ দৈৱকী নন্দন।
পৰম পুৰুষ সদাশিৱ সনাতন।।৪১১

হে দৈৱকী নন্দন নাৰায়ণ, তুমি পৰম পুৰুষ, সদাশিৱ সনাতন, তোমাক নমস্কাৰ কৰো।

## (৪০) উপদেশ

হৰি বোল হৰি বোল কৰি মন স্থিৰ।
তেৱেসে সফল হোৱে মনুষ্য শৰীৰ।।৪১২

হে জীৱ মন স্থিৰ কৰি নিতৌ হৰি বোল। তেতিয়াহে মনুষ্য জীৱন লোৱাটো সাৰ্থক হ'ব।

হৰি গুণ গাৱ ভাই কৰিয়া উৎসৱ।
গুণতেসে তুষ্ট গুণ-লুবুধ মাধৱ।।৪১৩

হেৰা ভাই ৰংমনে হৰিৰ গুণ গোৱা কাৰণ মাধৱ বান্ধৱে তেওঁৰ গুণ

গান কৰিলে তুষ্ট হয়। তেওঁ যে যশ প্ৰিয় !

আনন্দ কৰিয়া হৰি গুণ গাইবা যেবে।
ভৱ সিন্ধু তৰিয়া হৰিক পাইবা তেবে।।৪১৪

আনন্দ মনে যেতিয়া হৰিনাম ল'বা তেতিয়াই সংসাৰ সমুদ্ৰ পাৰ হৈ হৰিক পাবা।

হৰি গুণগান গায়ো আনন্দ কৰি মনে।
চিন্তামণি তনু ভাই বিফল কৰ কেনে।।৪১৫

আনন্দ মনে হৰিৰ কীৰ্তন কৰা। তাকে নকৰি জীৱন বিফল নকৰিবা।

আন পৰিহৰিয়া হৰিক মনে ধৰ।
হৰি গুণগায়া ভাই জন্ম সফল কৰ।।৪১৬

সকলো পৰিহাৰ কৰি হৰিত মন স্থিৰ কৰা। হৰিৰ গুণানুকীৰ্তন কৰি জন্ম সফল কৰা।

লৈয়ো হৰিনাম সাতে পাঞ্চে হুয়া সাজু।
আপোন হুৰে পলাই যাৱে কালমায়া বাঘু।।৪১৭

সাত পাঁচ ভাবি হৰিৰ নাম লোৱা। হৰিৰ নাম লোৱা শুনিলেই কালমায়া আপোনা-আপুনি দূৰলৈ আঁতৰি যাব।

চেতন লভিয়া ভাই ভজিয়ো হৰিক।
আন পৰিহৰি হুয়ো ভকতি ৰসিক।।৪১৮

হে ভাই জাগা আৰু হৰিক ভজা। আন সকলো ত্যাগ কৰি ভকতি ৰসিক হোৱা অৰ্থাৎ ভগৱন্তৰ নাম লোৱা।

লৈয়ো হৰি গুণ নাম বিঘিনী বিহীন।
আনন্দে ভাবিয়ো ৰাম কিবা ৰাতি দিন।।৪১৯

বিঘিনী-বিহীন হৰিৰ নাম গুণ লোৱা। আনন্দ মনে দিনে ৰাতিয়ে অৰ্থাৎ নিৰন্তৰ তেওঁৰ নাম লোৱা।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই মুখে।
ৰাম কৃষ্ণ সুমৰি বসিয়া থাক সুখে।।৪২০

হেৰা ভাই মুখে ৰামকৃষ্ণ বোলা আৰু কৃষ্ণক স্মৰণ কৰি ৰমেনে জীৱন কটোৱা।

ৰাম কৃষ্ণ হৰি বোল তেজি ভয় লাজ।
হৈবন্ত বেকত হৰি হৃদয়ৰ মাজ।।৪২১

ভয়, লাজ, শংকা ত্যাগ কৰি হৰিৰ নাম লোৱা। তেনে কৰিলেই প্ৰভু হৃদয় মন্দিৰত আহি স্থিত ল'বহি।

যিটো ৰাম কৃষ্ণ হৰি বোলয় সৰ্বথা।
তাৰ সঙ্গ এৰি হৰি যাইব আৰ কোথা।৪২২

যিজনে সৰ্বতি ক্ষণ ৰাম কৃষ্ণ হৰি বুলি প্ৰভুক সোঁৱৰণ কৰে, তেওঁৰ হৃদয় এৰি ভগবান আন কলৈনো যাব।

ৰাম কৃষ্ণ বোল ভাই কৃষ্ণ বোল।
কোটি কোটি ব্ৰহ্মাণ্ড নামৰ নোহে মোল।।৪২৩

হেৰা ভাই নিতৌ ৰামকৃষ্ণ বোলা। কিয়নো কোটি ব্ৰহ্মাণ্ডও ৰামনাম সমকক্ষ নহয়।

ৰাম কৃষ্ণ ভাবিতে ছুটয় কাল পাশ।
সদা ৰাম হৰি বোল তেজিয়া আলাস।।৪২৪

ৰাম কৃষ্ণৰ নাম ভাবিলেও কাল দূৰলৈ ছিটিকি পলায়। এলাহ পৰিহাৰ কৰি নিতৌ ৰামনাম লোৱা।

হৰিগুৰু পদ সেৱা খাণ্ডা ডাঠিধৰ।
মন বৈৰি কাটি সুখে ভব নদী তৰ।।৪২৫

হৰিৰ পদ সেৱাত মন সুদৃঢ়কৈ ধৰা, মন শত্ৰুক সেৱাৰ চোকা তৰোৱালে কাটি আনন্দ মনে ভৱনদী পাৰ হোৱা।

ৰামকৃষ্ণত নিৰঞ্জন নিৰাময় হৰি।
সদা ৰামকৃষ্ণ ভাবি মায়ো ভৱ তৰি।।৪২৬

দুখ দূৰ কৰোতা ৰামৰ নাম লোৱা। নিতৌ তেওঁৰ নাম ভাবি ভৱসাগৰ পাৰ হোৱা।

ভজিও হৰিক যেবে চেতন আছয়।
তেবেসে এৰাইবা সুখে সংসাৰৰ ভয়।।৪২৭

চেতনা থাকোতেই হৰিক ভজা। তেতিয়াহে সুখেৰে সংসাৰৰ ভয়ৰ হাত সাৰিব পাৰিবা।

ৰামকৃষ্ণ ভাবিয়ো মিলোক মহাভাগ।
ৰামকৃষ্ণ ভাবিতে কৃষ্ণক পাইবা লাগ।।৪২৮

ৰাম কৃষ্ণৰ নাম স্মৰণ কৰা আৰু ভগবানক লাভ কৰা। ৰাম কৃষ্ণৰ নাম ল'লেহে কৃষ্ণক লগ পাবা।

হৰিৰ নামত ভাই চৰণে ভজিয়ো।
হৰিনাম নিৰমল আনন্দে মজিয়ো।। ৪৩০

জ্ঞানী সাধুজনে হৰিৰ চৰণ ভজিবলৈ কয়। এই নাম নির্মল তাতে আনৰ মনে মন নিবিষ্ট কৰা।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
জনম সফল হোক জপ অবিশ্ৰাম।।৪৩১

ৰাম কৃষ্ণ ভগবান। তোমাক সহস্ৰবাৰ নমস্কাৰ কৰো। তোমাক নিৰন্তৰ জপ কৰো, মোৰ মানৱী জীৱন তুমি সফল কৰা।

মাধৱৰ ৰঙ্গা দুই চৰণে ধৰিয়া।
ৰাম নাম ৰস পিয়ো অঞ্জলি ভৰিয়া।।৪৩২

মাধবৰ ৰক্তিম চৰণত ধৰি ৰাম নাম ৰস নাম ৰস পান কৰি মুক্তিৰ উপায় কৰা।

গুণময় সাধ্য সাধনাক পৰিহৰি।
কৃষ্ণ কথা ৰস পিয়ো কর্ণাঞ্জলি ভৰি।। ৪৩৩

বিষয় বাসনাক ত্যাগ কৰি কর্ণ ভৰি তেওঁৰ নাম শুনা আৰু সেই নামৰস হেপাহ পলোৱাই পান কৰা।

যত জীৱ ৰশি ফুৰে কুশলক চাই।
হৰি নাম বিনে তাৰ মহা লাভ নাই।।৪৩৪

যত জীৱই আপোনাৰ মঙ্গল কামনা কৰে তেওঁলোকৰ বাবে হৰিনাম বিনে আন একো লাভ নাই।

হৰি নাম গাৱন্তে কিঞ্চিতো নাহি দুখ।
গুচে ভয় নিলয় পৰমানন্দ সুখ।।৪৩৫

হৰি নাম লওঁতে একো সুখ দুখ নাই। বৰং সংসাৰ ভয় দূৰ হৈ পৰম আনন্দহে মিলে।

হৰি কীৰ্তনত যাৰ মিলয় সন্তোষ।
সৰ্বসুখ ভাগী হোৱে হৰে কলি দোষ।।৪৩৬

হৰি কীৰ্তনত যাৰ আনন্দ হয় তেওঁ কলিৰ দোষৰ পৰা নিষ্টাৰ পাই সৰ্বসুখৰ ভাগীদাৰ হয়।

লৈয়ো হৰি নাম ভাই তেজিয়া আলাস।
মিলিবে মঙ্গল গুচিবেক ভৱ পাশ।।৪৩৭

এলাহ পৰিত্যাগ কৰি হৰি নাম লোৱা। তুমি ভৱ ভয়ৰ পৰা মুক্তি পাবা, তোমাৰ মঙ্গল হ'ব।

যিটো জনে ফুৰে সদা হৰি গুণ গায়া।
হৰিৰ কৃপাত সিটো সুখে তৰে মায়া।।৪৩৮

যিজনে নিতৌ হৰিৰ কীৰ্তন কৰে তেওঁ তেওঁৰ দয়াত সুখে সংসাৰ মায়াৰ পৰা মুক্ত হ'ব পাৰে।

ৰাম নাম লৈয়ো ভাই আলাস নকৰ।
নিকট চাপিয়া আসে যমৰ কিঙ্কৰ।।৪৩৯

এলাহ নকৰি ৰাম নাম লোৱা। কিয়নো যমৰ কিঙ্কৰ ওচৰলৈ আহি আছে।

কৃষ্ণ কথা শুনে গাৱে যিটো শ্ৰদ্ধা কৰি।
অল্প কালে হিয়াত প্ৰৱেশ হোন্ত হৰি।।৪৪০

যি শ্ৰদ্ধাৰে কৃষ্ণৰ নাম গুণ লয়, সোনকালেই তেওঁৰ হিয়াত হৰিৰ প্ৰৱেশ হয়।

অপাৰ আনন্দ ৰস ৰাম কৃষ্ণ বাণী।
ৰাম কৃষ্ণ নাম মুখে নছাড়িবা জানি।।৪৪১

অপাৰ আনন্দৰ ৰসময়বাণী হ'ল কৃষ্ণ নাম। সেই কথা জানি কৃষ্ণৰ নাম কেতিয়াও পৰিহাৰ নকৰিবা।

জপ ৰাম নাম ভাই ভাৱক সকল।
ৰাম নাম বিনে নাহি পৰম মঙ্গল।।৪৪২

হে চিন্তাশীল ভাই সকল নিতৌ ৰামনাম জপ কৰা। ৰাম নামৰ বিনে পৰম মঙ্গলময় একো নাই।

ভাবিয়ো ভাৱক ভাই ৰামনাম সাৰ।

নিগমে নকহে ৰাম নাম বিনে আৰ।।৪৪৩

হে চিন্তাশীল ভাইসকল নিশ্চয়কৈ জানিবা যে ৰামনামেই সাৰ। নিগমেও ৰামনামৰ বিনে আনৰ কথা নকয়।

কৃষ্ণ পদ সেৱা সুখ পৰম দুলৰ্ভ।
হৰি সেৱা বিনে আন সকল সুলভ।।৪৪৪

কৃষ্ণৰ সেৱাৰ সুখ পৰম দুৰ্লভ। ই আনসকল সুলভ লভ্য বৈষয়িক বাসনাৰ দৰে নহয়।

কৃষ্ণ পাদ পদ্ম ভৈল যাহাৰ আশ্রয়।
তাহাৰেসে গুছয় নিঃশেষ দুঃখ ভয়।।৪৪৫

যাৰ আশ্রয় স্থল হ'ল কৃষ্ণৰ চৰণ কমল তেওঁৰ দুখ, দুৰ্ভাৱনা আঁতৰি যায়।

হৰি কীৰ্তনৰ ভাই নকৰিয়ো হেলা।
এহিসে ৰাখিবে ঘোৰ সঙ্কটৰ বেলা।।৪৪৬

হেৰা জীৱগণ, হৰি কীৰ্তনলৈ এলাহ কৰি পিঠি নিদিবা। হৰি নামেহে সঙ্কটৰ বেলা আমাক ৰক্ষা কৰিব।

হৰি পদ পঙ্কজত পশিয়ো শৰণে।
দিয়োক একান্ত চিত্ত কৃষ্ণৰ চৰণে।।৪৪৭

হৰিৰ পদ কমলত শৰণ লোৱা। একান্ত চিত্তে তেওঁৰ চৰণ চিন্তা কৰা।

দুৰ্লভতো দুৰ্লভ হৰিৰ গুণ নাম।
জানিয়া কীৰ্তন কৰা তেজি আন কাম।।৪৪৮

হৰিৰ গুণ নাম দুৰ্লৰো দুৰ্লভ। সেই কথা নিশ্চয়কৈ জানি আন কাম পৰিহাৰ কৰি ভগৱানৰ চৰণ বন্দনা কৰা।

হৰি গুণ কীৰ্তন কলিৰ নিজ ধৰ্ম।
জানিবাহা সমস্ত শাস্ত্ৰৰ তত্ব মৰ্ম।।৪৪৯

কলিকালত হৰি গুণ কীৰ্তনেই শ্ৰেষ্ঠতম ধৰ্ম। সকলো শাস্ত্ৰৰ তত্ব কথা তেওঁৰ অৰ্থাৎ ভগৱানৰ নাম কীৰ্তনেই শ্ৰেষ্ঠ ধৰ্ম।

ৰাম নাম লৈয়া পাপী জন তৰে সুখে।
হেন ৰাম নামৰ ভাণ্ডাৰ ভৈল মুখে।।৪৫০

ৰাম নাম লৈ পাপীজনো উদ্ধাৰ হয়। তেনেকুৱা ৰামনাম ভাণ্ডাৰ মুখত থকা বাবেই সেয়া পাপীজনৰ বাবেও সম্ভৱ।

যি মুখে বুলিয়া ৰাম সি মুখে ভাণ্ডাৰ।
সদায়ো ভাবিয়ো ৰাম ক্ষয় নাহি আৰ।।৪৫১

ৰাম নাম নিতৌ ল'বা। ৰাম নাম যাৰ মুখত নিৰন্তৰ লাগি থাকে তেওঁৰ উদ্ধাৰ হয়। ৰাম নামৰ কেতিয়াও ক্ষয় নহয়।

ভাবিতে ভাবিতে ৰাম ৰস চৰে আতি।
আনন্দে ভাবিয়ো ৰাম কিবা দিন ৰাতি।।৪৫২

নিৰন্তৰ ৰাম নামৰ কথা ভাবিলে সি ভক্তি বঢ়ায়। আনন্দ মনে নিৰন্তৰ দিনে ৰাতিয়ে ৰামৰ নাম কোৰা।

অনন্ত ৰসৰ নিধি ৰাম কৃষ্ণ নাম।
মুখ ভৰি ডাকিয়া সদায়ে বোলা ৰাম।।৪৫৩

অনন্ত ৰসৰ ভাণ্ডাৰ হ'ল ৰামনাম। তেনে ৰাম নাম নিতৌ হৃদয় ভৰি লোৱা।

সদায়ে ভাবিতে ৰাম নাম যাৰ ৰস বাঢ়ে।
ৰাম কৃষ্ণ নামে আৰ তাহাক নছাড়ে।।৪৫৪

যি সদায় ৰামনামৰ কথা ভাবে তেওঁৰ ৰাম নামলৈ বেছি ধাউতি বাঢ়ে। তেনেজনৰ মুখৰ পৰা ৰাম নাম নুগুচে।

হৰি সেৱা বিনে আৰ সকলো অসাৰ।
এহি মানে মাত্ৰ সব শাস্ত্ৰৰ বিচাৰ।।৪৫৫

সকলো শাস্ত্ৰৰ বিচাৰ মতে হৰি সেৱাৰ বিনে আন সকলো অসাৰ।

নামৰ ভাণ্ডাৰ মুখে ভৈল কত ভাগে।
আনন্দে ভাবিয়ো ৰাম যাক যত লাগে।।৪৫৬

নামৰ ভাণ্ডাৰ ক'ত ভাগেই যে মুখত বিৰাজ কৰে। যেতিয়াই তোমাক ভগৱানক লাগে তেতিয়াই আনন্দ মনে তেওঁক স্মৰণ কৰা।

মনে মুখে এক কৰি সদা বোলা ৰাম।
লভিবা পৰমানন্দ দূৰ হৈবে কাম।।৪৫৭

মন মুখ একত্ৰ কৰি অৰ্থাৎ একাগ্ৰ চিত্তে নিতৌ ৰাম নাম লোৱা আৰু

তেনেকৈয়ে পৰম আনন্দ লাভ কৰা আৰু বৈষয়িক ভাবনাক আঁতৰাই ৰাখা।

ৰাম কৃষ্ণ নাম যাৰ মুখে ভৈল গীত।
নামৰ প্ৰসাদে সিটো ভৈলকৃত্যকৃত্য।।৪৫৮

যাৰ মুখত নিৰন্তৰ ৰাম কৃষ্ণৰ অমৃতবাণী লাগি থাকে, নামৰ প্ৰসাদত তেওঁৰ জীৱন ধন্য হৈ পৰে।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলা ভাই ঝাণ্টে।
নচলিবা তেবেসে দুৰ্ঘোৰ যম বাটে।।৪৫৯

হেৰা ভাই শীঘ্ৰে ৰামকৃষ্ণৰ নাম লোৱা আৰু দুৰ্ঘোৰ যম নগৰীৰ পথ পৰিহাৰ কৰা।

ৰামকৃষ্ণ নাম ৰসে চিত্তক ভিজাৱ।
বোলা ৰাম কৃষ্ণ হৰি তেজি লাজ ভাব।।৪৬০

ৰাম কৃষ্ণৰ নাম লৈ চিত্তক আৰ্দ্ৰ কৰি ৰাখা। লাজ কাটি কৰি নিতৌ হৰিৰ নাম লোৱা।

ৰাম কৃষ্ণ নামেসে স্বধৰ্ম ভৈল যাৰ।
যম কাল মায়াৰ গুছিল অধিকাৰ।।৪৬১

ৰাম কৃষ্ণ নাম যাৰ আপোন ধৰ্ম হৈ পৰে, তেওঁৰ ওপৰত যম কাল মায়াৰ অধিকাৰ নোহোৱা হৈ পৰে।

ৰাম কৃষ্ণ নাম যাৰ থাকয় মুখত।
যম যমদূতক নেদেখে সপোনত।।৪৬২

যাৰ মুখত সৰ্বতিকাল ৰাম নাম থাকে তেওঁ সপোনতো যম বা যমদূতক নেদেখে।

ৰাম কৃষ্ণ নাম সদা লৱে যিটো নৰে।
যম ৰাজা তাহাৰ লিখন দূৰ কৰে।।৪৬৩

যি জীৱই নিতৌ ৰামকৃষ্ণৰ নাম লয় যম ৰজাইও তেওঁৰ অধিকাৰ এৰি দিয়ে।

ৰাম কৃষ্ণ নাম সদা ফুৰে যিটো গাই।
তাহাৰেসে সমস্ত বিঘিনী ভৈল ছাই।।৪৬৪

যি সদায় ৰাম কৃষ্ণৰ নাম কীৰ্তন কৰি সময় কটায় তেওঁৰ সমস্ত বিপদ

বিঘিণী পুৰি ছাই হৈ যায়।

## (৪১) মহিমাযুক্ত উপদেশ

ৰামকৃষ্ণ নাম যাৰ মুখত থাকয়।
তাহাৰেসে জানিবা মিলিল মহোদয়।।৪৬৫

যাৰ মুখত নিৰন্তৰ ৰামকৃষ্ণৰ নাম থাকে তেওঁহে নিশ্চয়কৈ ভগৱানক পাব।

ৰামকৃষ্ণ কীৰ্তনে স্বভাৱ ভৈল যাৰ।
সিটো ভৈল হৰিৰ হৰিয়ো ভৈল তাৰ।।৪৬৬

ৰামকৃষ্ণৰ কীৰ্তন যাৰ অভ্যাসত পৰিণত হয় সি হৰিৰ আৰু হৰি তেওঁৰ অৰ্থাৎ ভক্ত-ভগৱান একাকাৰ হৈ পৰে।

ৰামকৃষ্ণ নামক সততে যিটো গাৱে।
তাক হৰি ৰাখিবা ফুৰন্ত সৰ্বভাৱে।।৪৬৭

ৰামকৃষ্ণৰ নাম যি নিৰন্তৰ লৈ থাকে তেওঁক ভগবানে সৰ্ব প্ৰকাৰে ৰক্ষা কৰে।

ৰামকৃষ্ণ নাম যিটো সততে সুমৰে।
হৰিৰ পৰম প্ৰিয় ভৈল সিটো নৰে।।৪৬৮

যি ৰামকৃষ্ণ নাম সততে সোঁৱৰে তেওঁ ভগৱন্ত প্ৰভুৰ পৰম প্ৰিয় হৈ পৰে।

ৰাম বুলি তৰে মহা মহা অন্ত্যজাতি।
যিটো নাম নলৱে হীনতো হীন আতি।।৪৬৯

ৰাম বুলি অত্যন্ত পাছ পৰা জাতিও তৰে। আৰু যি ৰাম নাম নলয় তেওঁ হীনৰো হীন অৰ্থাৎ নৰাধম।

ৰামকৃষ্ণ বুলিয়া সংসাৰ সুখে তৰে।
ৰাম কৃষ্ণ নুবুলি জনম ঝুন্টা কৰে।।৪৭০

ৰাম কৃষ্ণ বুলি মনুষ্যই সংসাৰ মায়া ছেদি সুখৰ জীৱন যাপন কৰে আৰু যি তাকে নকৰে সি আপোন জীৱন অশুদ্ধ কৰে আৰু নৰকত মজে।

ৰামকৃষ্ণ নুবুলি তৰিবা কিসে সমে।
ৰাম নাম নলৈলে ধৰিয়া নিবে যমে।।৪৭১

ৰাম নাম নললে সংসাৰ তৰিবা কেনেকৈ। ৰাম নাম নললে যমে ধৰি নিয়ে।

হৰিকো প্ৰকাশ কৰে ৰাম কৃষ্ণ নামে।
হেন নাম নলৈয়া মৰয় কোন কামে।।৪৭২

ৰামকৃষ্ণ নামে হৰিকো প্ৰকাশ কৰে। হেন নাম নলয় জীৱই আন কি কামত মৰে।

গাৰো ভোট যৱনে হৰিৰ নাম লয়
হেনয় হৰিৰ নাম সজ্জনে নিন্দয়।।৪৭৩

যি ৰামনাম গাৰোভোট আৰু যৱনে লয় তেনে নামক নিজকে জনা বুলি ভবাসকলে নিন্দা কৰে।

হৰি নামে কৰে অন্ত্য জাতিকো মুকুত।
সজ্জনে নামক নিন্দে কিনো অদভূত।।৪৭৪

হৰি নামে হীনজাতিকো মুক্তিৰ মুখ দেখুৱায়। সজ্জনে তেনে নামক নিন্দা কৰে, কিনো অদ্ভুত !

মহা পাপী তৰে হৰি নামৰ কীৰ্ত্তনে।
হেন নাম নলৈয়া সজ্জন ভৈল কেনে।।৪৭৫

মহা পাপীয়েও হৰিৰ নাম লৈ সংসাৰ তৰে। তেনে নাম নলৈ সজ্জননো কেনেকৈ হ'ল।

দুখময় ক্ষুদ্ৰ বিষয়ক আশা কৰি।
একান্ত নভজে পূৰ্ণানন্দ মহা হৰি।।৪৭৬

দুখপূৰ্ণ বৈষয়িক সুখৰ আশা কৰি মনুষ্যই একান্ত মনে পূৰ্ণানন্দ হৰিক নভজে।

আপুনি নলৱে নাম আনকো নিন্দয়।
কোটি জনমকো লাগি দুৰ্ঘোৰ সঞ্চয়।।৪৭৭

নিজে হৰিৰ নাম নলৈ আনকো তেনে কৰিলে নিন্দা কৰে। তেনে লোকে কোটি জনমলৈ দুৰ্ঘোৰ পাপ সঞ্চয় কৰে।

হৰি নামে কৰে সংসাৰৰ বন্ধ ছেদ।
হেন নামে নাহি ইচ্ছা কিনো ভৈল খেদ।।৪৭৮

হৰি নামে সাংসাৰিক বিষয় বাসনা ছেদ কৰি মানুহক মুক্ত কৰে। তেনে নামতো কিয় বাৰু ধাউতি নজন্মে।

ৰাম কৃষ্ণ হৰি নাম নিগম নিগূঢ়।
সদা নুসুমৰে কেনে পাপ মতি মূঢ়।।৪৭৯

হৰি নামেই শাস্ত্ৰৰ মূল। পাপাচাৰী মুৰ্খ মানুহে তেনে নামকো সদায় নুসুমৰে।

হৰি পদ সেৱা সুখ ভকতে জানয়।
আন জনে আৰ গন্ধ মাত্ৰ নপাৱয়।।৪৮০

হৰিৰ চৰণৰ সেৱাৰ মূল ভকতেহে জানে। আনে সেই মূলৰ তিলমানো মূল নুবুজে।

হৰি পদে শুদ্ধ ভাৱে যিজনে ভজয়।
হৰি নাম লৈয়া সুখে দুৰ্গতি তৰয়।।৪৮১

যিজনে শুদ্ধ ভাৱে হৰিক ভজে তেওঁ হৰিনাম লৈ সহজেই সংসাৰৰ দুৰ্গতি অতিক্ৰম কৰে।

মানৱী জনম পাই হৰি নভজিলা।
অৱশ্যে হৈবাহা ভাই তৃণ আৰু শিলা।।৪৮২

মনুষ্য জন্ম লৈ হৰিক নভজিলা। তাৰ পৰিণতিৰ স্বৰূপে হেৰা নৰ পাছত অৱশ্যেই তুমি, তৃণ, তৰু বা শিল হৈ জন্ম ল'ব লাগিব।

হৰি কীৰ্তনক যিটো জনে হেলা কৰে।
আপোনাক আপুনি বঞ্চিলা সিটো নৰে।।৪৮৩

যি মানুহে হৰি কীৰ্তনক হেলা কৰে তেওঁ আপুনি আপোনাক হৰিৰ পৰা বঞ্চিত কৰে— পৰম সুখৰ পৰা আঁতৰাই ৰাখে।

মনুষ্য শৰীৰ পাই কৃষ্ণক নভজে।
এহিমানে দোষে ঘোৰ নৰকত মজে।।৪৮৪

মনুষ্য জনম লৈ কৃষ্ণক নভজি নৰ সেই দোষতে ঘোৰ নৰকত বাস কৰে।

মৃত্যুৰ মুখত পৰি নভজে হৰিক।
সিটো অধমৰ জীৱনত ধিক্ ধিক্।।৪৮৫

মৃত্যুৰ মুখত পৰিও হৰিক নভজে। ধিক্ তেনে মনুষ্যৰ জীৱন।

হৰি পদ নভজে শাস্ত্ৰৰ সাৰ বুজি।
বেঙ্কামুৰা যমদূতে তাকে ফুৰে খুজি।। ৪৮৬

শাস্ত্ৰৰ সাৰাংশ বুজি যি হৰিৰ পদ নভজে তেওঁক আপচু যমদূতে খেদি ফুৰে।

নৰতনু পায়া হৰি নভজে যি নৰে।'
সংসাৰৰ অনন্ত যোনিত ভ্ৰমি মৰে।।৪৮৭

নৰ তনু পায়ো যি নৰই হৰিক নভজে তেওঁ সংসাৰৰ অন্তহীন যোনিত জন্ম লৈ ঘূৰি ফুৰে।

দুৰ্লভ শৰীৰ পাই হৰি নভজিল।
দুৰ্ঘোৰ সংসাৰে সিটো চিত্ত নিমজিল।।৪৮৮

দুৰ্লভ নৰ জন্ম পায়ো যি হৰিক নভজিলে তেওঁৰ সংসাৰৰ মায়া বজাৰত চিত্ত নিমজ্জিত হৈ দুৰ্ঘোৰ নৰকত পৰে।

কলি যুগে হৰি নাম নকৰে কীৰ্ত্তন।
আপোনাক আপুনি বঞ্চিল সিটো জন।।৪৮৯

কলি যুগত যি হৰিৰ কীৰ্তন নকৰে, তেওঁ আপুনি আপোনাক বঞ্চনা কৰে।

হৰি ভজি হৰি নাম নলৱে সাক্ষাত।
আপোনাক আপুনি কৰিল আত্মাঘাত।।৪৯০

যি হৰিত শৰণ লৈ হৰিৰ নাম নলয়, তেওঁ আপুনি আপোনাক আত্মাঘাত কৰে।

ব্ৰহ্মাৰ প্ৰাৰ্থনী ইটো নৰকত পায়া।
নভজিলে হৰিক বঞ্চিলে বিষ্ণু মায়া।।৪৯১

ব্ৰহ্মাৰো কাম্য নৰতনু পায়ো হৰিক নভজি বিষ্ণুৰ মায়া জগতত ডুব গ'ল।

একান্ত শৰণে যিটো নভজিলে হৰি।
দুৰ্ঘোৰ যাতনা ভুঞ্জিবেক মৰি মৰি।।৪৯২

একান্ত মনে যি হৰিক নভজে তেওঁ মৃত্যুৰ বেলা দুৰ্ঘোৰ নৰক যাতনাত

ভোগে।

হৰি পদ সেৱা সৰ্ব শাস্ত্ৰৰ নিৰ্ণয়।
মূঢ়মতি মনুষ্য ইহাক নজানয়।।৪৯৩

সকলো শাস্ত্ৰৰ বিচাৰ মতে হৰি পদ সেৱাই শ্ৰেষ্ঠ। মুৰুখ মনুষ্যই সেই কথা নাজানে।

হৰিকো কৰয় বশ্য কীৰ্তন ভকতি।
হেন নাম নধৰিয়া যায় অধোগতি।।৪৯৪

কীৰ্তন ভকতিয়ে হৰিকো বশ কৰে। তেনে নাম নলৈ নৰ অধোগতি যায়।

## (৪২) মহিমা

ৰামকৃষ্ণ হৰি নাম মুখে থাকে যাৰ।
সেহিসে হৰিৰ প্ৰিয় হৰি ভৈল তাৰ।।৪৯৫

যাৰ মুখত হৰিৰ নাম নিৰন্তৰ থাকে, তেওঁ হৰিৰ আৰু হৰি তেওঁৰ হৈ একাকাৰ হৈ যায়।

ৰামকৃষ্ণ হৰি যিটো সততে বোলয়।
সিটো মহাজনে মুকুতিকো নগণয়।।৪৯৬

যি সাধু পুৰুষে সততে প্ৰভুৰ নাম লয় তেওঁ মুক্তি সুখকো প্ৰাধান্য নিদিয়ে।

ৰামকৃষ্ণ নাম ভকতৰ মহাধন।
সদা নাম লৱয় আনন্দ কৰি মন।।৪৯৭

ৰাম কৃষ্ণ নাম ভকতৰ মহাধন, তেওঁলোকে হৰিষ মনে সেয়ে তেওঁৰ নাম লয়।

অনন্ত নাৰদ শুক সনত কুমাৰ।
তাৰা গাৱে হৰি যশ জানি যোগসাৰ।।৪৯৮

অনন্ত নাৰদ শুক সনতকুমাৰৰ দৰে যোগী পুৰুষেও ভগৱানৰ গুণানুকীৰ্তন কৰি ফুৰে। কাৰণ তেওঁলোকে জানে যে নামেই সৰ্ব শাস্ত্ৰৰ সাৰ।

হৰি নাম কীৰ্তনৰ শব্দ তুমুল।
আনন্দৰ ভৰে হোৱে ভকত আকুল।।৪৯৯

হৰি নাম কীৰ্তনৰ শব্দই অৰ্থবহ। তেনে নামৰ ধ্বনি শুনি ভকতসকল ব্যাকুল হৈ পৰে।

ৰাম কৃষ্ণ নামৰ দেখিয়ো কেন বল।
অধমক কৰে নামে পৰম নিৰ্মল।।৫০০

ৰাম নামৰ বল কিমান চোৱা আৰু হৃদয়ঙ্গম কৰা। ই অধমৰো পাপ পুৰি নিৰ্মল কৰে।

হৰি নাম নাহিকে নিয়ম অধিকাৰী।
ৰাম বুলি তৰে মিৰি অসম কছাৰী।।৫০১

হৰি নাম কোনো নিয়মৰ দাস নহয়। এই নাম লৈ মিছিং (মিৰি) আহোম (অসম) আৰু কছাৰীয়েও সংসাৰত ৰক্ষা পায়।

ৰাম কৃষ্ণ নাম সম নাহিকে বান্ধৱ।
ৰাম কৃষ্ণ নামে মিলি পৰম উৎসৱ।।৫০২

ৰাম নামৰ সমান অন্য বন্ধু কতো নাই । ৰাম আৰু কৃষ্ণ এই দুই নামৰ সমন্বয়ত পৰম আনন্দ হয়।

ভকত জনৰ হৰি নামেসে সৰ্বস্ব।
মুকুতিকো ঠেলি আগ হোৱে হৰি বশ্য।।৫০৩

ভকতজনৰ বাবে হৰি নামেই সৰ্বস্ব। হৰি ভক্তই মুক্তি সুখকো একাষৰীয়া কৰি হৰিৰ বশ হয়।

ৰামকৃষ্ণ নামেসে চিত্তয় কৰ্ম বা
মিলায় সমস্ত সুখ পৰম আনন্দ।।৫০৪

ৰাম কৃষ্ণ নামেই কৰ্মৰ বন্ধন ছিন্ন কৰে। ৰামকৃষ্ণ নামে মানুহক পৰম আনন্দ দান কৰে।

ৰামকৃষ্ণ ভাবিতে তেজয় কাল সাপে।
হৰি ভকতক দুঃখ দিব কাৰ বাপে।।৫০৫

ৰামকৃষ্ণৰ নাম সোঁৱৰণ কৰিলে কাল সাপো আঁতৰি যায়। হৰি ভকতক কোনেও দুখ দিব নোৱাৰে।

হৰিৰ কীৰ্তন শুনি হুয়া মহা ভয়।
কালমৃত্যু দুয়ো থৰ থৰি কাম্পয়।।৫০৬

হৰিৰ কীৰ্তন শুনি কাল ও মৃত্যু দুয়ো ভয়ত থৰ থৰ কৈ কঁপে।

কেমনে জানিবা হৰি নামৰ মহিমা।

ব্ৰহ্মা হৰ অনন্তে নপান্ত যাৰ সীমা।।৫০৭

হৰিৰ মহিমা ব্ৰহ্মা হৰ আৰু ভগৱানেও নাপায়। তেনেস্থলত হৰি নামৰ মহিমাৰ কথা নৰই জানিব কেনেকৈ।

হৰি-গুণ-নাম-যশ ভকতি উত্তম।

যাৰ ধবনি শুনি কাম্পে কলিকাল যম।।৫০৮

হৰিৰ গুণ গানেই উত্তম ভকতি। হৰিৰ নাম শুনি কলি আৰু কালো থৰ হৰি কঁপে।

হৰি নামে যত পাপ সংহৰিতে পাৰে।

ততেক পাতকী পাপ কৰিতে নপাৰে।।৫০৯

হৰি নামে ইমানেই পাপ মোচন কৰিব পাৰে যে পাতকীয়ে কৰিব পৰা পাপৰ তুলনাত কৈ ই সহস্ৰ গুণ বেছি। অৰ্থাৎ পাতকীয়ে সিমান পাপ কৰিব নোৱাৰে।

ৰাম কৃষ্ণ গোপাল গোবিন্দ যদুমণি।

ৰামকৃষ্ণ নাম মহা পাপৰ অগণি।।৫১০

ৰামকৃষ্ণ গোপাল গোবিন্দ তুমি মহা পাপ পুৰি ছাই কৰিব পৰা অগ্নি।

ৰামকৃষ্ণ নামৰ মহিমা অদভুত।

নিকট চাপিয়া কি কৰিবে যমদূত।।৫১১

ৰামকৃষ্ণ নামৰ মহাত্মাই অদ্ভুত। তেনে স্থলত যমদূত ওচৰলৈ আহিয়ে বা কি কৰিব।

ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ সাৰ।

ভাবিতে পৰম সুখ ভয় নাহি আৰ।।৫১২

ৰাম কৃষ্ণ নাম সৰ্ব ধৰ্মৰ সাৰ। সেই কথা ভাবিলেও পৰম সুখ হয় আৰু ভয়হীন হৈ পৰোঁ।

ৰামকৃষ্ণ নাম সৰ্ব সুখৰ নিবাস।

ৰামকৃষ্ণ ভাবিতে কৃষ্ণৰ পায় পাশ।।৫১৩

ৰামকৃষ্ণ নামেই সুখৰ নিলয়। তেওঁৰ নাম সুঁৱৰি লৈই তেওঁৰ ওচৰ পাব

পাৰি।

আপোন নামৰ সঙ্গ নছাৰন্ত হৰি।
সেই নাম সেই হৰি জানা নিষ্ঠ কৰি ।।৫১৪

ভগৱন্ত আপোন নাম ত্যাগ নকৰে। যতেই নাম ততেই হৰি বিৰাজমান হয়।

ৰাম নাম সম ধৰ্ম নাহিকে নিগমে।
যিটো সদা বোলে ৰাম কি কৰিব যমে।।৫১৫

ৰাম নাম সৰ্ব শ্ৰেষ্ঠ। যি সদায় ৰাম নাম লই তেওঁক যমেও একো কৰিব নোৱাৰে।

হৰিৰ চৰণে প্ৰেম মিলিল যাহাৰ।
আন কোনো সম্পতি হৰিয়ো ভৈল তাৰ।।৫১৬

যাৰ হৰিৰ চৰণত অকণমান আশ্ৰয় হয়, ভগৱানেই তেওঁৰ আপোন হয়। তেওঁক আৰু আন সম্পত্তিৰ প্ৰয়োজন নাই।

কৰ্ণ ভৰি পিয়ো হৰি চৰিত্ৰ অমৃত।
হৰিক নিকট পাই হোৱে কৃত্যকৃত্য।।৫১৭

কাণ ভৰি হৰিৰ অমৃতময় চৰিত্ৰৰ কথা শুনা। তেতিয়া তেওঁক ওচৰতে পাবা আৰু পৰম উপকৃতো হ'বা।

মাধৱৰ নাম গুণ কীৰ্তন কৰিয়া।
হৰিক পাৱয় সুখে মৃত্যুক তৰিয়া।।৫১৮

মাধৱৰ নাম গুণ কীৰ্তন কৰি, হৰিক পাই মৃত্যু ভয়ৰ পৰা ৰক্ষা পাব পাৰি।

হৰি নাম কীৰ্তনত নাহি একো হানি।
শুনন্তে অমৃত স্ৰৱে ৰাম কৃষ্ণ বাণী।।৫১৯

হৰি নাম কীৰ্তন কৰিলে একো অপকাৰ নহয়। তেওঁৰ নাম শুনিলে বৰং অমৃতহে নিগৰি বয়।

যাৰ মুখে ৰামবাণী আসে সৰসৰি।
জানিবা নিশ্চয় তাৰ বশ্য ভৈল হৰি।।৫২০

যাৰ মুখত নিৰন্তৰ ৰামৰ বাণী নিগৰি ওলাই, নিশ্চয়কৈ জানিবা যে

হৰি তেওঁৰ অধীন হৈ পৰে।

হৰি যাৰ বশ্য ভৈল তাৰ কিবা বৈল।
হৰিৰ কৃপাৰ পাত্ৰ সি সি জন ভৈল।।৫২১

হৰি যাৰ বশ হ'ল তেওঁ হৰিৰ দয়াৰ পাত্ৰ হ'ল।

ৰামকৃষ্ণ নামৰ কল্লোল ৰোল শুনি।
বেঙ্কামুৰা যমদূত পলাবে আপুনি।।৫২২

ভগৱানৰ ৰামকৃষ্ণ নাম শুনি আপচু যমদূত দূৰলৈ পলাই যায়।

### (৪৩) আত্ম উপদেশ

হৰি নাম এৰি মন কি কাম কৰস।
মায়া মোহ জালে পৰি মিছাতে মৰস।।৫২৩

হেৰৌ মন, হৰি নাম ত্যাগ কৰি, মায়া-মোহৰ জালত পৰি মিছাতে মৰ কিয়?

হৰিনাম ধৰ মন আলস নকৰ।
আশা নামে নদী মাজে মিছাতে নমৰ।।৫২৪

হেৰৌ মন ! এলাহ নকৰি হৰি নামত ধৰ। আশা-নদীৰ মাজত মিছাতে নমৰ।

ৰাম নাম লৈয়ো মন ৰাম নাম লৈয়ো।
মিছা আশা কাজ লাজ পাছ কৰি থৈয়ো।।৫২৫

হেৰা মন ৰাম নাম লোৱা। মিছা আশা কৰ্ম আৰু লাজ মান পেলাই থোৱা।

ৰাম কৃষ্ণ বোল মন ৰাম কৃষ্ণ বোল।
অসাৰ সংসাৰ সুখ তাৰ আশা ভোল।।৫২৬

হেৰা মন, ৰাম কৃষ্ণ বোলা। অসাৰ সংসাৰৰ সুখৰ আশাত ভোল গৈ ভুল নকৰিবা।

হৰি পদে ভজ মন হৰি পদে ভজ।
ঘোৰ আশা নদী মাজে মিছাতে নমজ।।৫২৭

হৰি পদত আশ্ৰয় লই তেওঁক ভজ। তাকে নকৰি আশা নদীৰ মাজত বুৰ গৈ নাথাকিবা।

ৰাম নাম লৈয়ো মন তেজ আশা আন।
ভকতৰ সঙ্গ পাতি নামৰ দোকান।।৫২৮

হেৰা মন আন আশা এৰি ৰাম লোৱা। ভকতৰ সঙ্গ লৈ নামৰ দোকান পাতা।

ভজ মন কপট তেজিয়া হৰি পাব।
সৰ্ব সাক্ষী হৰিত কপট নুযুৱায়।।৫২৯

হেৰা মন কপট পৰিহাৰ কৰি হৰিৰ চৰণত সেৱা কৰা। সৰ্বসাক্ষী, সৰ্ব শ্ৰেষ্ঠ হৰিত কপট ভাব অৰ্থহীন।

গোপাল গোবিন্দ ৰাম বোল পাপী মন।
অন্যায় নকৰ লগে সাক্ষী চৈধ্য জন।।৫৩০

হেৰা পাপী মন, নিতৌ গোপাল গোবিন্দৰ নাম লোৱা। তাকে নকৰি কেতিয়াও অন্যায় নকৰিবা কিয়নো তোমাৰ লগত চৈধ্য সাক্ষী সৰ্বদা আছে।

ৰাম কৃষ্ণ হৰি মন বুলিয়ো যতনে।
ব্ৰহ্মাৰ দুৰ্লভ নাম তাক হেলা কেনে।।৫৩১

সযত্নে হৰিৰ নাম লোৱা। যি নাম ব্ৰহ্মাৰো দুৰ্লভ তেনে নাম ল'বলৈ হেলা কিয়।

মন বোল ৰাম কৃষ্ণ পৰম আনন্দে।
মুকুতি তেজিয়া জপ সনক সনন্দে।।৫৩২

হেৰা মন পৰম আনন্দ মনে কৃষ্ণৰ নাম লোৱা। ৰাম নামৰ বাবে মুক্তি সুখকো বাদ দি সনক সনন্দই তেওঁৰ নাম লয়।

## (৪৪) প্ৰাৰ্থনা

হে প্ৰাণবন্ধু কৃষ্ণ কৃপাৰ ঠাকুৰ।
অনু এক কৰা দয়া মায়া হোক দূৰ।।৫৩৩

হে কৃষ্ণ কৃপাৰ সাগৰ, আমক অনুসম দয়া কৰি মায়া দূৰ কৰা।

জয় জয় কৃপাময় দেৱ যদুপতি।
তোমাৰ চৰণে মাগো অমূল্য ভকতি।।৫৩৪

হে কৃষ্ণ যদুপতি তোমাৰ চৰণত শৰনাগত হৈ তোমাৰ অমূল্য ভক্তি প্ৰাৰ্থনা কৰো।

হে হে পৰমানন্দ কৃষ্ণ কৃপাসিন্ধু।
ভকতি আনন্দ ৰস মাগো একবিন্দু।।৫৩৫

হে দয়াৰাম পৰম আনন্দ কৃষ্ণ, তোমাৰ চৰণত আমি কিঞ্চিতমান ভক্তিৰ ৰস মাগো।

পতিত পৰিয়া ৰৈলো এভৱ সাগৰে।
পতিত পাৱন নাম ভৈল কিবা তৰে।।৫৩৬

হে ভগৱান সংসাৰ সাগৰত যদি পতিত পৰি ৰ'ব লগা হয়, তেন্তে তোমাৰ নামনো কেনেকৈ পতিত পাৱন হ'ব !

অৰুণ চৰণে মই পাপীকো তাৰিয়ো।
পতিত পাৱন নাম সফল কৰিয়ো।।৫৩৭

হে হৰি, তোমাৰ ৰক্তিম চৰণে মই, পাপীক উদ্ধাৰ কৰা তুমি যে পতিত পাৱন তাকে সফল কৰি দেখুওৱা।

আতুৰ ভৈলোহো হৰি বিষয় বিকলে।
কৰিয়ো উদ্ধাৰ মোক চৰণে কমলে।।৫৩৮

হে হৰি বিষয়ৰ বিষত আমি আতুৰ হ'লো, তোমাৰ চৰণ কমলত থান দি আমাক উদ্ধাৰ কৰা।

হে কৃষ্ণ কৃষ্ণ নাথ কৰা পৰিত্ৰাণ।
তনু নাও বুৰি আসে নাহিকে গিয়ান।।৫৩৯

হে কৃষ্ণ তুমি মোৰ নাথ, মোক পৰিত্ৰাণ কৰা। দেহ দিনৌ পৰি আহিছে তবু আমাৰ জ্ঞান হোৱা নাই।

নাম ধন দিয়া মোৰে কিনা বনমালী।
দাস পাই নলৱা কমল ঠাকুৰালী।।৫৪০

হেৰা প্ৰভু নাম ধন দি আমাক কিনি লোৱা। আমাক দাস পাইও গ্ৰহণ নকৰা কিয় প্ৰভু।

নিজ দাস কৰি হৰি মোক কিনা কিনা।
আন ধন নলাগয় নাম ধন বিনা।।৫৪১

হে হৰি, আমাক আন ধন নালাগে। নামধন দি তোমাৰ দাস ৰূপে আমাক গ্ৰহণ কৰা।

জয় জয় ৰাম কৃষ্ণ শৰণ তোমাৰ।

কৃপাৰ সাগৰ কৃপা কৰা একবাৰ।।৫৪২

হে প্ৰভু, তোমাৰ চৰণত শৰণ লওঁ। দয়াৰ সাগৰ, এবাৰলৈ আমাক দয়া কৰি উদ্ধাৰ কৰা।

দিয়ো দৰশন পাৱে পশিলো শৰণ।

ভকত জনৰ ধন তুমি নাৰায়ণ।।৫৪৩

হে প্ৰভু, তোমাৰ চৰণত শৰণ ল'লো, তুমি দৰশন দিয়া। তুমি ভকতৰ অমূল্য ধন নাৰায়ণ — আমাক দয়া কৰা।

## (৪৫) নিবেদন

যাদৱ যাদৱ যাদৱ যাদৱ দেৱ।

তুমি বিনে সুহৃদ বান্ধৱ নাহি কেৱ।।৫৪৪

হে যাদৱ পৰম দেৱতা, তোমাৰ বিনে আন কোনো সুহৃদ নাই।

কেমনে ভজিবো হৰি চৰণে তোমাৰ।

দুৰ্ঘোৰ মায়ায়ে মন মুহিলে আমাৰ।।৫৪৫

হে হৰি কেনেকৈয়ো তোমাৰ চৰণত শৰণ লওঁ — আমাক দুৰ্ঘোৰ মায়াই মোহন কৰি তোমাৰ পৰা আঁতৰাই ৰাখিছে।

ৰাম বুলি তৰিবে দঢ়াই আছো মন।

তুমি হৰি দীন বন্ধু পতিত পাৱন।।৫৪৬

ৰাম বুলি কৈয়ে উদ্ধাৰ পাম বুলি মন দৃঢ় কৰি থৈছোঁ। হে হৰি, তুমি দীনবন্ধু পতিত পাৱন — তুমি আমাক উদ্ধাৰ কৰা।

পতিত পাৱন ৰামকৃষ্ণ কৃপা সিন্ধু।

আমি পতিতক নছাড়িয়া দীনবন্ধু।।৫৪৭

হে কৃপাৰ সাগৰ, তুমি পতিতক উদ্ধাৰ কৰোতা। হে দীনবন্ধু আমাৰ দৰে পতিতক কেতিয়াও নেৰিবা।

হে হৰি মোৰে প্ৰাণ জীৱন মুৰাৰি।

অনাথৰ নাথ ভকতৰ ভয়হাৰী।।৫৪৮

হে হৰি প্ৰাণ মুৰাৰি তুমি মোৰ আত্মা। মই অনাথ তুমি মোৰ নাথ। তুমি ভকতৰ ভয়হাৰী — আমাক উদ্ধাৰ কৰা।

## (৪৬) প্ৰশংসা

শ্ৰীৰাম নামে ৰতি মিলিল যাহাৰ।
সিটো ভাগ্যৱন্তে পাইলে সংসাৰৰ পাৰ।।৫৪৯

ৰাম নামত যাৰ ধাউতি জন্মে তেনে ভাগ্যৱানে সহজতে সংসাৰ পাৰ হয়।

হৰি গুণ ভকতৰ কৰ্ণৰ ভূষণ।
যিটো সদা লৱে নাম সি সি মহাজন।।৫৫০

ভকতৰ কাণৰ অলঙ্কাৰ হ'ল হৰিৰ নামগুণ। সাধুজনে তেওঁৰ নাম নিতৌ লয়।

নিত্যানন্দময় ৰাম ভকতৰ ধন।
হৰি বিনে আনধন অসাৰন।।৫৫১

ভকতৰ ধন ৰাম নাম নিতৌ আন্দময়। হৰিৰ বিনে ভকতৰ আন সকলো ধন আহৰণ অৰ্থহীন।

আন ধৰ্ম নাহি হৰি নামক উপাম।
হৰিৰ বল্লভ যিটো সদা বোলে ৰাম।।৫৫২

হৰি ধৰ্মৰ সমান আন ধৰ্ম নাই। হৰিৰ ভক্ত আৰু প্ৰিয়সকলে সদায় তেওঁৰ নাম লয়।

কৃষ্ণ নাম সদায়ে আনন্দে যিটো ধৰে।
বংশ সমে তৰয় হৰিকো বশ কৰে।।৫৫৩

কৃষ্ণনাম যি আনন্দ মনে নিতৌ লয় তেওঁ বংশ সহ উদ্ধাৰ পায় আৰু হৰিকো বশ কৰে।

হৰি গুণ পাৱে যিটো কৰিয়া নিশ্চয়।
হৰিক সুহৃদ পাৱে মৃত্যু কোন ভয়।।৫৫৪

যি হৰিৰ গুণ গাই, তেওঁ হৰিৰ বান্ধৱ হয় আৰু মৃত্যু ভয় দূৰ হয়।

যাৰা সৱে হৰি গুণ গাৱয় হৰিসে।
তাপ দূৰ হোৱে যেন অমৃত বৰিষে।।৫৫৫

যি আনন্দমনে হৰিৰ গুণ গায় তেওঁৰ সংসাৰৰ তাপ দূৰ হয় আৰু তেওঁত হৰিৰ আশীৰ্বাদ অমৃত বৰ্ষন হয়।

ৰাম কৃষ্ণ হৰি নাম পৰম অমৃত।

যিটো মহাজনে লৰে হোৱে কৃতকৃত্য।।৫৫৬

ভগৱানৰ নাম পৰম অমৃত। যি কেই নাম লয় তেওঁ আপুনি ধন্য হয়।

হৰি গুণ কীৰ্তনে সুভ ভৈল যাৰ।

সংসাৰত দুৰ্লভ থাকিল কিবা তাৰ।।৫৫৭

যি হৰিৰ নাম লোৱাটো অভ্যাসত পৰিণত কৰিলে,তেওঁৰ বাবে সংসাৰত একোৱে দুৰ্লভ নহয়।

কিনো ভাগ্য কিনো ভাগ্য কলিৰ প্ৰজাৰ।

হৰি গুণ কীৰ্তনেসে ধৰ্ম ভৈল যাৰ।।৫৫৮

কলিত যি হৰিৰ গুণানুকীৰ্তন ধৰ্ম ৰূপে গ্ৰহণ কৰে, তেওঁলোক পৰম সৌভাগ্যবান।

হৰিগুণ নামক কীৰ্তন যিটো কৰে।

কালৰ দোষক বঞ্চিলেক সিটো নৰে।।৫৫৯

হৰিৰ নাম যি কীৰ্তন কৰে তেওঁ কালৰ দোষৰ পৰা পৰিত্ৰাণ পায়।

ৰাম নাম লৈয়া পাপীজনো তৰে সুখে।

হেন হৰি নামৰ ভাণ্ডাৰ ভৈল মুখে।।৫৬০

ৰাম নাম লৈ পাপীজনেও উদ্ধাৰ পায়। সেই হৰিৰ নামৰ ভাণ্ডাৰ হ'ল মুখ অৰ্থাৎ তেওঁৰ নাম সৈতে নিগৰিত হয়।

যি সৱ চতুৰ নৰে বিষ্ণুক ভজয়।

পৰম কৃতাৰ্থ ভৈল সিটো মহাশয়।।৫৬১

যি নৰই বিষ্ণুৰ নাম লয়, তেনে সাধুজনৰ জীৱন ধন্য হয়

## (৪৭) কলিধৰ্ম

ৰামকৃষ্ণ নাম ভকতৰ নৰ বিধি।

কলি যুগে বেকত কৰিল কোন বিধি।।৫৬২

ৰামকৃষ্ণ নাম ভকতৰ প্ৰাণধন আৰু ভড়াল। কলি যুগত ভগৱন্তই তাক প্ৰকাশ কৰিলে।

ধন্য ধন্য কলিৰ লোকৰ মহাভাগ।

সৰ্ব ধৰ্ম ঠেলি ৰাম নাম ভৈলা ত্যাগ।।৫৬৩

কালৰ লোক মহা ভাগ্যৱান। সৰ্ব ধৰ্ম একাষৰীয়া কৰি ৰাম নাম সৰ্বাগ্ৰ হ'ল।

কলিত কীৰ্তন যিটো কৰে হৰি নাম।
তাৰ আৰ আচৰিবে নাথাকিল কাম।।৫৬৫

কলিত নাম ধৰ্মৰ সমান আন ধৰ্ম নাই। যি যি হৰিৰ নাম লয় সি সি নৰ শ্ৰেষ্ঠ বা নৰোত্তম।

কলিৰ কীৰ্তনে মিলিবেক মহা ভাগ।
সংসাৰক তৰি মাধৱক পাইবে লাগ।।৫৬৬

কলিত হৰি নামেই শ্ৰেষ্ঠ। হৰিৰ কীৰ্তন কৰিলেই সংসাৰত ভগৱান প্ৰাপ্তি হয়।

## (৪৮) নাম

কমলাকান্ত অনন্ত অনাদি।
নিত্য নিৰঞ্জন শুদ্ধ বুদ্ধ বেদবাদী।।৫৬৭

হে কেশৱ তুমি কমলাকান্ত, অনন্ত, অনাদি, নিত্য নিৰঞ্জন, শুদ্ধ বুদ্ধ আৰু বেদবাদী।

জয় জয় জগত জনক জগজীৱ।
অনন্ত অচ্যুত সনাতন সদাশিৱ।।৫৬৮

হে প্ৰভু, তুমি জগতৰ জনক, অনন্ত, অচ্যুত, সনাতন সদাশিৱ — তোমাক নমস্কাৰ কৰো।

ৰামকৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
ৰামকৃষ্ণ ৰামকৃষ্ণ ৰামকৃষ্ণ ৰাম।।৫৬৯

হে প্ৰভু, তুমি ৰামকৃষ্ণ — তোমাক সশ্ৰদ্ধ প্ৰণিপাত জনাওঁ।

গোবিন্দ গোবিন্দ ৰামকৃষ্ণ নাৰায়ণ।
কমললোচন হৰি পতিত পাৱন।।৫৭০

হে হৰি, তুমি পতিতক ৰাখোতা, পদ্মলোচন, ৰামকৃষ্ণ গোবিন্দ নাৰায়ণ।

ৰাম নাৰায়ণ হৰি ৰাম নাৰায়ণ।
ৰামকৃষ্ণ নাৰায়ণ শিৱ সনাতন।।৫৭১

হে নাৰায়ণ, তুমি ৰাম, কৃষ্ণ, সনাতন, শিৱ — তুমি সকলো।

গোপাল গোপীনাথ গোবিন্দ মাধৱ।
জীৱৰ জীৱন যদু-নন্দন যাদৱ।।৫৭২

হে প্ৰভু, তুমি জীৱৰ প্ৰাণ, যদু-নন্দন, যাদৱ, গোপাল, গোপীনাথ গোবিন্দ আৰু মাধৱ।

## (৪৯) তাৎপৰ্য্য

বৈকুণ্ঠৰ কল্পতৰু ভাগৱত শাস্ত্ৰ।
তাহাৰ উত্তম ফল হৰিনাম মাত্ৰ।।৫৭৩

বৈকুণ্ঠৰ কল্পতৰু হ'ল ভাগৱত শাস্ত্ৰ। সেই ভাগৱত উত্তম ফল হ'ল হৰিনাম।

নামে হৰি নামে হৰি নামে গতি।
হৰি নামে ভকতৰ কেৱল ভকতি।।৫৭৪

নামেই হৰি, নামেই গতি অৰ্থাৎ মোক্ষ। নামেই কেৱল ভকতি।

কৃষ্ণ পাদপদ্ম দুই মোৰ নিজ গতি।
হৰি নাম বিনে আৰ নজানো ভকতি।।৫৭৫

কৃষ্ণৰ দুটি চৰণ কমলেই মোৰ গতি। হৰি নাম ৱিনে মই আন ভক্তি নাজানো।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ সাৰ।
ৰাম কৃষ্ণ বিনে জুন্টা আৱৰ বিচাৰ।।৫৭৬

হে প্ৰভু, ৰাম কৃষ্ণ নামেই সবাৰে সাৰ। ৰামকৃষ্ণ নামৰ বিনে আন বিচাৰ সকলো মিছা।

শ্ৰীৰাম নাম ভকতৰ ধন সাৰ।
সংসাৰ সাগৰে ৰাম নামে দুৰ্গ পাৰ।।৫৭৭

ভকতৰ মূলধন হ'ল ৰাম নাম। ৰাম নাম লৈহে সংসাৰ বৈতৰণী পাৰ হ'ব পাৰি।

হৰি নাম কীৰ্ত্তনে সে পৰম মঙ্গল।
পাৱয় পৰমানন্দ গুচে কৰ্ম মল।।৫৭৮

হৰিৰ নাম কীৰ্ত্তনেই পৰম মঙ্গল। ই কৰ্মৰ মলিনতা দূৰ কৰে আৰু পৰমানন্দ দান কৰে।

বহ্মা হৰে ভজন্ত হৰিৰ দুই পাৱে।
মুকুত সকলো সদা ৰাম নাম গাৱে।।৫৭৯

ব্ৰহ্মা, সদাশিৱইও হৰিৰ দুই চৰণত ভজে। যি সদায় তেনে ৰামনাম গাই তেওঁ মুক্তি পায়।

বিষয়ৰ আশা ভঙ্গে ভক্তৰ হৰিষ।
দেখয় বিষয় সুখ বিষ্ঠাৰ সদৃশ।।৫৮০

বিষয় সুখ দূৰ হ'লে ভক্তৰ পৰম আনন্দ হয়। বিষয় সুখক হৰি ভক্তই বিষ্ঠা ৰূপে জ্ঞান কৰে।

বিষয়ৰ যত সুখ সকলে অসাৰ।
জানিয়া ভকতে তাক কৰে পৰিহাৰ।।৫৮১

বিষয় সুখ সকলো অসাৰ। ভকতে সেই কথা জানি বিষয় সুখ পৰিত্যাগ কৰে।

(৫০) স্তুতি

মুৰাৰি মধু ৰিপু মাধৱ ৰাম।
তুমি ভকতৰ ধৰ্ম, অৰ্থ, মোক্ষ কাম।।৫৮২

হে মুৰাৰি, তুমি মধু ৰিপু, মাধৱ, ৰাম আৰু তুমি ভকতৰ অগতিৰ গতি — অৰ্থাৎ ধৰ্ম, অৰ্থ, মোক্ষ আৰু কাম।

কৃপাৰ সাগৰ কৃপাময় কৃপা নিধি।
তুৱা গুণ নামে ভকতৰ সৰ্বসিদ্ধি।।৫৮৩

হে জগতকৰ্তা, তুমি কৃপাৰ সাগৰ কৃপাময় আৰু দয়াৰ ভাণ্ডাৰ। তোমাৰ গুণ আৰু নামেই ভকতৰ সৰ্বসিদ্ধিৰ মূল।

মুৰাৰি মনোহৰ ভগৱন্ত দেৱ।
তুমি বিনে পতিতৰ গতি নাহি কেৱ।।৫৮৪

হে মনোহৰ মুৰাৰি, তুমি ভগৱন্ত দেৱতা, তোমাৰ অবিহনে পতিতৰ আন গতি নাই।

কিনো কৃপাময় দেৱ প্ৰভু যদুৰায়।
মুখ মাজে থৈলা নাম সৰ্ব ক্ষণে পায়।।৫৮৫

হে যদুপতি, দয়াৰ সাগৰ প্ৰভু! মুখত ৰাম নাম লৈ তোমাক সৰ্বক্ষণতে

পোৱা যায়। ই তোমাৰ করুণা প্ৰভু।

## (৫১) ঈশ্বৰ নিৰ্ণয়

কৃষ্ণ এক দেৱ দুখহাৰী কাল মায়াদিৰো অধিকাৰী
কৃষ্ণ বিনে শ্ৰেষ্ঠ দেৱ নাহি নাহি আৰ।
সৃষ্টি স্থিতি অন্তকাৰী দেৱ তান্ত বিনে আন নাহি কেৱ
জানিবা বিষ্ণুসে সমস্ত জগতৰ সাৰ।।৫৮৬

কৃষ্ণ দেৱতা দুখহাৰী কাল মায়া আদি সৰ্বৰে ওপৰত অধিষ্ঠিত এক মাত্ৰ শ্ৰেষ্ঠ দেৱতা — তেওঁতকৈ আন কোনো শ্ৰেষ্ঠ নাই। সৃষ্টি, স্থিতি আৰু শেষত সংহাৰ কৰোঁতা তেওঁত বিনে আন শ্ৰেষ্ঠদেৱতা নাই। সমস্ত জগতৰ সাৰ ভগৱান।

নমো নমো নিত্য নিৰঞ্জন নাৰায়ণ শিৱ সনাতন
অনাদি অনন্ত নিৰ্গুণ গুণ নিয়ন্তা।
পৰম পুৰুষ ভগৱন্ত নাহি পুৰ্বাপৰ আদি অন্ত
তুমিসে চৈতন্য সমস্ত ভৱ ভাৱন্তা।।৫৮৭

হে প্ৰভু, তোমাক নকস্কাৰ কৰোঁ। তুমি নিত্য, নিৰঞ্জন, নাৰায়ণ, শিৱ সনাতন, অনাদি অনন্ত, নিগুণ, গুণ-নিয়ন্তা, তুমি পৰম পুৰুষ, আদি অন্তহীন, তুমি চৈতন্য, সমস্ত জগত নিয়ন্তা।

ব্ৰহ্মা মহাদেৱ, লক্ষ্মী দেৱী কায় বাক্যমনে স্থিৰ কৰি
পৰম আনন্দে চৰণ সেৱন্ত যাৰ।
সদা জন্ম-মৃত্যু জৰাহীন শ্ৰীমন্ত সুন্দৰ গুণনিধি
বিষ্ণুৰ বিনাই কোন দেৱ আছে আৰ।।৫৮৮

ব্ৰহ্মা, মহাদেৱ, লক্ষ্মীয়ে একান্ত মনে যাৰ চৰণত সেৱা কৰে সেইজন জন্ম-মৃত্যু জৰাহীন পৰম সুন্দৰ বিষ্ণুত কৈ আৰু কোনো শ্ৰেষ্ঠ দেৱতা নাই।

যাৰ পাদোদকে দেৱী গঙ্গা যাৰ বাক্যেহুয়া আছে বেদ
পৰম পতিতো তৰয় যাহাৰ নামে।
সৃষ্টি স্থিতি প্ৰলয়ৰ যিটো পৰম কাৰণ নাৰায়ণ
হেন ঈশ্বৰক নভজয় কোন কামে।।৫৮৯

যাৰ পাদোদকত গঙ্গা আৰু বাক্যত বেদৰ সৃষ্টি, যি পতিত উদ্ধাৰকাৰী

যি সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কাৰণ তেনে ঈশ্বৰক কি কামত ব্যস্ত হৈনো নভজ।

অপাৰ সংসাৰ সিন্ধু আৰ বিষ্ণুসে পৰম পাৰ যত
পাৰ আছে তাত পৰমাত্মা ৰূপে।
তেন্তে তুমি জানা ব্ৰহ্মপাৰ পাৰ পাৰ ভূত যত পাৰ
তাসম্বাৰ পাৰ বিষ্ণুসে পাত স্বৰূপে।।৫৯০

পাৰহীন এই সংসাৰ সাগৰত বিষ্ণুসে পাৰ, পৰমাত্মা ৰূপে তেওঁহে তাৰ অধিকাৰী তেন্তে তুমি সকলো পাৰৰ অৰ্থাৎ ব্ৰহ্মপাৰ, পৰপাৰ আৰু এই বিশ্বত য'তবোৰ ঘাট আছে সকলোতে পাৰ বিষ্ণু — এই কথা নিশ্চয়কৈ জানিবা।

(৫২) উপদেশ

সু বাসনা দুৰ্বাসনা দুই মোক্ষৰ বন্ধৰ মূলহেতু
শুনা যেন মতে উপজয় পুৰুষত।
সন্তৰ কৃপাত-সুবাসনা সুখে পুৰুষক পাৱে জানা
হোৱে দুৰ্ৱাসনা সন্তৰ মন কোপত।।৫৯১

মানুহৰ মনত সুবাসনা আৰু দুৰ্বাসনা — যি মোক্ষৰ প্ৰতিবন্ধক, কেনেকৈ ওপজে শুনা। সন্তৰ আশীৰ্বাদত সুবাসনা আৰু তেওঁলোকৰ (সন্তৰ) ক্ৰোধত দুৰ্বাসনাৰ সৃষ্টি হয়।

মহন্তৰ বাক্য যিটো ধৰে তাক সুবাসনা অনুসৰে
সন্তৰ কৃপাৰ ভজে গোবিন্দৰ পাৱে।
যিটো মহন্তক নিন্দা কৰে তাক দুৰ্ৱাসনা বেঢ়ি ধৰে
কৃষ্ণক ভজিবে নপাৰয় মূঢ় ভাবে।।৫৯২

সাধুজনৰ উপদেশ যিশুনে তেওঁক সুবাসনাই অনুসৰণ কৰে আৰু তেওঁলোকৰ আৰ্শীবাদত গোবিন্দৰ চৰণত ভজে। আৰু যি সাধু-সন্তক নিন্দা কৰে তেওঁক অসৎ দুৰ্ভাৱনাই বেঢ়ি ধৰে আৰু কৃষ্ণ সেৱাৰ পৰা তেনেলোক পিচলি পৰে।

কৃষ্ণ পদ মাত্ৰ সেৱা কৰে সমস্ত কামনা পৰিহৰে
বৌদ্ধ ব্যৱহাৰ কদাচিতো নলাগয়।
কৃষ্ণ পদ সেৱা মনে কৰে অনুভৱ সৰ্বক্ষণে
ইহাঙ্গে মহন্ত বুলিয়া জানা নিশ্চয়।।৫৯৩

যি কেৱল কৃষ্ণৰ চৰণ সেৱা কৰে, বেদ পথ কেতিয়াও উলঙ্ঘন নকৰে, সমস্ত কামনা বাসনা ত্যাগ কৰি সৰ্বদা ভগৱানৰ অস্তিত্ব অনুভৱ কৰে তেওঁকেই মহন্ত বা সাধু বোলে।

শুনিও সজ্জন শাস্ত্ৰ সাৰ সকলে সম্পত্তি জানা তাৰ
হৰি ভক্তি ৰসে সন্তোষ মন যাহাৰ।
চৰ্মৰ নিৰ্মিত পানৈ যুৰি চৰণ ঢাকিল যিটোজনে
যেন সবে ভূমি চৰ্মাবৃত ভৈল তাৰ।।৫৯৪

হেৰা সাধুসকল শুনা, সকলো শাস্ত্ৰৰ সাৰ হৰি নামে যাৰ হৃদয়ত আন্দোলন তোলে তেওঁ সংসাৰৰ সকলো সম্পত্তিৰ অধিকাৰী। যিঁ চৰ্মৰ পাদোকা ধাৰণ কৰে, তেওঁ সকলো ভূমি যেন চৰ্মাবৃত হৈ পৰিল। অৰ্থাৎ ভগৱন্ত ৰক্ষা কবচ হৈ পৰিল।

অন্তৰত এক ঈশ্বৰক দেখিয়োক নানা বাহিৰত
অন্তৰত বোধ বাহিৰত জৰ প্ৰায়।
বুদ্ধিত সমস্তে তেজিয়োক বাহিৰত সঙ্গ দেখায়োক
এহিভাবে ৰাম লোকত ফুৰা বেড়াই।।৫৯৫

বাহিৰত ভিন ভিন জড় দেৱতাক দেখিলেও অন্তৰত এক ঈশ্বৰক ধ্যান কৰিবা। বাহিৰত জড়-উপাসনাকাৰীৰ সঙ্গ ল'ব লগা হ'লেও আপোন জ্ঞানে সিবোৰ ত্যাগ কৰি ৰাম বুলি চলিবলৈ নেৰিবা।

অবিৰক্ত ভকতৰ বেদ লঙ্ঘিবাৰ দোষ
জানিবাহা ইহাক নিশ্চয়।
পৰম বিৰক্ত যিটো কৃষ্ণৰ ভকত ভৈল
তাৰ একো নাহিকে নিৰ্ণয়।।৫৯৬

বিৰক্তি শূন্য ভকতৰ বেদৰ পথ নমনাটো অপৰাধ। যি একাধাৰেআসক্তিপূৰ্ণ আৰু কৃষ্ণৰ ভক্ত হয় তেওঁৰো একো নিশ্চয়তা নোহোৱা হয়।

তাৰত কৃষ্ণৰ ভক্ত নৰে ভক্তি অবিৰোধী কৰ্ম কৰে
কৃষ্ণৰ কথাত ৰতি যাৱে নুপজয়।
যেবে ভৈল কৃষ্ণ কথা ৰত নিত্য নৈমিত্তিক আদি য'ত

কথাৰ বিৰোধী জানিয়া সবে তেজয়।।৫৯৭

কৃষ্ণ ভক্ত মানুহে যেতিয়া আত্মাৰ বিপৰীত কৰ্ম কৰে আৰু কৃষ্ণৰ কথাত আগ্ৰহ নজন্মায় তেনেলোকক কৃষ্ণৰ কথাত ৰতি হোৱা মানুহে পৰিত্যাগ কৰে।

সমস্ত তপক আচৰোক পৰোক পৰ্বতে উঠি যত
তীৰ্থক ভ্ৰমোক পঢ়োক বেদ নিচয়।
যজোক সমস্ত যজ্ঞচয় যোগক জানোক সমস্তয়
হৰি বিনে মৃত্যু কদাচিতো নতৰয়।।৫৯৮

সমস্ত তপ কৰক, পৰ্বতত আৰোহণ কৰক, তীৰ্থ পৰিদৰ্শন কৰক, বেদ পঢ়ক, যজ্ঞ কৰক, সকলো যোগ জানক তথাপি হৰি অবিহনে মৃত্যু ভয় নতৰে।

## (৫৩) মহিমাযুক্ত উপদেশ

ব্যাস নিগদতি লুব্ধমতি শুনিয়ো আনন্দে কৰ্ণ পাতি
দেওঁ উপদেশ উৰ্ধবাহু উচ্চ কৰি।
এহিমানে মাত্ৰ মহামন্ত্ৰ সংসাৰ দুৰ্ঘোৰ বিষহাৰী
নমো নাৰায়ণ বুলিয়োক মুখ ভৰি।।৫৯৯

ব্যাসে উদ্ধবাহু কৰি উপদেশ দি মূৰুখ জনক আনন্দ মনে কাণ পাতি হৰিৰ নাম শুনিবলৈ ক'লে। হৰি নামহে দুৰ্ঘোৰ সংসাৰৰ বিষহৰণকাৰী; গতিকে মুখ ভৰাই নাৰায়ণৰ নাম লোৱা।

সকল নিগম কল্পতৰু তাৰ ফল মহা ভাগৱত
শুক মুখে আসি ভূমিত হৈল বিদিত।
ৰসত চতুৰ যিটোজন কৃষ্ণৰ চৰণে দিয়া মন
পৰম সন্তোষে পিয়োক ফল অমৃত।।৬০০

সকলো নিগমৰ কল্পতৰু হ'ল মহাভাগৱত। সেই মহাভাগৱত শুক মুনিৰ মুখেদি বাগৰি আহি পৃথিৱীত প্ৰৱেশ কৰিলেহি। ৰসাল আৰু বুদ্ধিমান জনে কৃষ্ণৰ চৰণত শৰণ লৈ পৰম আনন্দিত হৈ অমৃত পান কৰে।

হৰিক সততে স্মৰা প্ৰজা সমস্ত পুণ্যৰ ইসে ৰাজা
হৰি সুমৰিলে সিজয় পুণ্য কিঙ্কৰ।
নাপাহৰিবাহা কদাচিত শুনা কথা ইটো বিপৰীত
হৰি পাহৰিলে সিঁযে পাপ নিৰন্তৰ।।৬০১

হৰিক স্মৰণ কৰা জন পুণ্যৰ ৰজা। তেওঁৰ সকলো কাম সিদ্ধ হয়। শুনা হেৰা নৰ, হৰিৰ কথা কেতিয়াও নাপাহৰিবা, তেওঁক পাহৰিলে পাপ আচৰা হয়।

শুনিয়ো পাৰ্বতী তুমি আৰে　　ৰাম ৰাম ৰাম বোলা হোৱে
তোমাৰ বদন হৈবেক শ্ৰেষ্ঠ অমূল্য।
ৰাম ৰাম ৰাম ৰাম বুলি　　ৰামত ৰমোহে সৰ্বক্ষণে
জানা ৰাম নাম সহস্ৰ নামৰ তুল্য।।৬০২

হেৰা পাৰ্বতী শুনা, ৰাম নাম লোৱা আৰু তোমাৰ বদন মহা মূল্যবান কৰা। সকলো সময়তে ৰাম নাম লোৱা আৰু তেওঁতে মজি থাকা। কাৰণ ৰাম নাম সহস্ৰ নামৰ সম তুল্য।

বেদাগম আদি কৰি যত　　বিস্তৰ শাস্ত্ৰত নাহি কাজ
বিস্তৰ তীৰ্থত নাহি কিছু প্ৰয়োজন।
সংসাৰ তৰিতে খোজা　　যেবে আপোন মোক্ষৰ হেতু তেবে
গোবিন্দ গোবিন্দ বেদত কোনো বচন।।৬০৩

বেদ, আগম, অসংখ্য সাস্ত্ৰ, বিস্তৰ তীৰ্থ ইবোৰৰ কোনো প্ৰয়োজন নাই। সংসাৰ তৰিব খোজা যদি, আপোন মোক্ষৰ বাবে গোবিন্দৰ নাম লোৱা।

মাধৱে বোলন্ত ধনঞ্জয়　　মহা দুৰাচাৰো অতিশয়
আন দেব ত্যজি মোকেসে মাত্ৰ ভজয়।
তাকেসে পৰম সাধু বুলি　　জানিবা মনত সৰ্বক্ষণে
যিহেতু সম্যক কৰিলে মোক নিশ্চয়।।৬০৪

মাধৱে ধনঞ্জয়ক ক'লে যে মহা অত্যাচাৰী-দুৰাচাৰী জনেও যদি আন দেৱতাৰ পূজা ত্যাগ কৰি আমাক মনদি ভজে, তেওঁক পৰম সাধু বুলি কোৱা হয়।

ভক্তিৰ মহিমা অদভূত　　অধৰ্ম তেজিয়া ধৰ্মে চিত্ত
হোৱে শীঘ্ৰে মোক ভজি জানা কুন্তী সুত।
আৰু যি কুতৰ্কী নমানয়　　তথা গৈয়া ৰায়া বাদ্যচয়
বহি মেলি কৰা অঙ্গীকাৰ অদভূত।।৬০৫

ভক্তিৰ মহিমা অদ্ভূত। অধৰ্ম ত্যাগ কৰি যি শীঘ্ৰে মোত ভকতি লয় — হে

অৰ্জুন যি কৃতাৰ্থীকক নামানে, তেওঁৰ হৰিৰ ঘৰত গৈ বাদ্য বজাই পৰম উপকৃত হে গৌৰৱ অনুভৱ কৰে।

মোহোৰ পৰম ঈশ্বৰৰ দুৰাচাৰ ভক্তো নোহে নষ্ট
কিন্তু সিটো ভক্ত কৃতাৰ্থ অতি হৱয়।
তোমাৰ প্ৰগলভ পৌঢ়ি শুনি সমস্ত কুতৰ্ক পৰিহৰি
গুৰুত্বে তোমাত কৰিবে সবে আশ্ৰয়।।৬০৬

মোৰ ভগবানৰ দৰবাৰত দুৰাচাৰী ভক্তৰো একো হানি বিঘিনী নহয়। তেওঁ ভকত বৎসল। তেওঁৰ গুৰু গম্ভীৰবাণী শুনি, কুৰ্তক ত্যাগ কৰি একান্তচিত্তে তোমাতে এদিন আশ্ৰয় ল'ব।

আমাৰ নিৰ্মল ভকতিত দুৰাচাৰো তৰে কোন চিত্ৰ
আমাক ভজিয়া চাণ্ডালো তৰে সংসাৰ।
স্ত্ৰী, বৈশ্য, শূদ্ৰ আদি যত বিষয়ত মাত্ৰ সদাৰত
মোকে ভজি সুখে ই সবো হোৱে উদ্ধাৰ।।৬০৭

আমাৰ নিৰ্মল ভক্তিত আমাক ভজি দুৰাচাৰী, চাণ্ডালেও সংসাৰ তৰে। স্ত্ৰী, বৈশ্য, শূদ্ৰ আদি বিষয় সুখত নিতৌ ৰত থকা সকলেও মোক ভজি উদ্ধাৰ পায়।

ব্ৰাহ্মণ, ক্ষত্ৰিয় পুণ্য তনু মোক ভজ্ৰি তৰিবেক পুনু
অতি অদভূত নাহিকে কোনো সংশয়।
ৰাজ ঋষি তনু আছা পাই অনিত্য অসুখ লোক জানি
অতি শীঘ্ৰে মোক ভজা সখি ধনঞ্জয়।।৬০৮

ব্ৰাহ্মণ ক্ষিত্ৰীয় সকলেও মোকেই পূজি সংসাৰ পাৰ হয়। হে ধনঞ্জয় তুমি সুন্দৰ শৰীৰৰ অধিকাৰী হৈ অনিত্যতা অসুখী পৃথিবীৰ কথা জানি শীঘ্ৰে মোক ভজা আৰু সংসাৰ তৰা।

মোত মাত্ৰ সদা দিয়া মন মোৰ ভক্ত হোবা সৰ্বক্ষণ
মোকে পূজা মাত্ৰ মোক কৰা নমস্কাৰ।
কহিলো তোমাত সত্যবাণী পাইবা সুখে মোক মহামনি
তুমি প্ৰিয়তম সুহৃদ সখি আমাৰ।।৬০৯

হে ধনঞ্জয় কেৱল মোতেই মন দিয়া, সৰ্বতি সময়ৰ বাবে মোৰ ভক্ত

হোৱা, মোকেই নমস্কাৰ কৰা, মোতে পূজা কৰা। তুমি মোৰ সুহৃদ, প্ৰিয়তম সখা, তোমাক নিশ্চয়কৈ এই সত্যবাণী ক'লো। তোমাৰ চিত্ত শুদ্ধি হ'লে মোক পাবাই।

ভগবন্ত দেৱ নিগদতি শুনিয়ো অৰ্জুন মহামতি
তোমাত কহও পৰম ইটো ৰহস্য।
ঐশ্বৰ্য্য বিভূতি বল সমে জানে যিটো নৰোত্তমে
সিয়ো ভৈল মোৰ ময়ো ভৈলো তাৰ বশ্য।।৬১০

হে অৰ্জুন শুনা, তোমাক পৰম ৰহস্যৰ কথা কওঁ। যি নৰোত্তম মোৰ বলবীৰ্য্য শক্তিৰ কথা জানে — তেওঁৰ মোৰ আৰু মই তেওঁৰ হৈ পৰোঁ। আমি অভিন্ন হৈ পৰো।

অসমূঢ় ভাবে যিটো জনে উত্তম পুৰুষ মোক জানে
তাকে সৰ্ববেত্তা বুলিয়ো সখি অৰ্জুন।
সিটো সমস্তকে পৰিহৰি কায় মনোবাক্য যত্ন কৰি
ভজয় আমাক পুৰুষ সিটো নিপুণ।।৬১১

যি পবিত্ৰ চিত্তে উত্তম পুৰুষ মোক জানে — হে অৰ্জুন তেওঁক সৰ্ববেত্তা বুলি কোৱা হয়। তেওঁ একান্তমনে — শৰীৰ, মন আৰু বাক্য দি অৰ্থাৎ বচনেৰে সকলো পৰিহৰি আমাক ভজে। তেওঁ বিজ্ঞ আৰু ভক্তিত সুনিপুণ।

মোত হন্তে হোৱে চৰাচৰ মোতেসে প্ৰবৰ্ত্তে নিৰন্তৰ
ইহাক অৰ্জুন জানে যিটো মহাজন।
পৰম বিবেকী সিটোজন মোৰ ভাবে যুক্ত হয়া মন
মোকে মাত্ৰ ভজে শ্ৰৱণ কৰি কীৰ্ত্তন।।৬১২

হে অৰ্জুন। মোৰ পৰাই চৰাচৰ সৃষ্টি হৈছে, মোতে সি পালিত হৈছে এই কথা যি সাধু পুৰুষে জানে তেওঁ মহা বিবেকী। তেওঁ মোতে যুক্ত হৈ শ্ৰৱণ কীৰ্ত্তন কৰি মোক ভজে।

মোতেসে কেৱল দিয়া চিত্ত মোতে মাত্ৰ প্ৰাণ অৰ্পিনিত
অন্যো অন্যে মিলি মোকেসে বোধ কৰাৱে।
মোকে মাত্ৰ কহে সৰ্ব্বক্ষণে পৰম সন্তোষে লভি মনে
আনন্দ সাগৰে মজি ৰহে প্ৰেম ভাবে।।৬১৩

মোতে চিত্ত দি, প্ৰাণ অৰ্পণ কৰি, সকলো মিলি কেৱল মোৰহে নাম লয় তেওঁলোকে প্ৰেমভাৱে আনন্দ মনে সময় অতিবাহিত কৰে।

ৰহস্যক জানে যিটোলোক সততে কীৰ্তন কৰে মোক

ধৰি দৃঢ় ব্ৰত কৰি যত্ন বিপৰীত।

মোৰ সৰ্বোত্তম দুইপাৱে কৰে নমস্কাৰ ভক্তি ভাৱে

তাৰ মোৰ এৰা-এৰি নাহি কদাচিত।।৬১৪

মোৰ ৰহস্য যি জানে তেওঁ দৃঢ় ব্ৰত কৰি নিতৌ মোৰ নাম কীৰ্তন কৰে। মোৰ দুই চৰণত নমস্কাৰ কৰে আৰু তেনেলোকৰ আৰু মোৰ কেতিয়াও এৰাএৰি নহয়।

মাধৱে কহন্ত অৰ্জুনত শুনা ইটো পৰমাৰ্থ তত্ত্ব

ভকতেসে মোৰ মহিমা জানে নিঃশেষ।

তত্ত্বৰূপে সখি জানি মোক তৰিয়া দুৰ্ঘোৰ দুঃখ শোক

অন্তকালে গৈয়া আমাত হোৱে প্ৰৱেশ।।৬১৫

কৃষ্ণই অৰ্জুনক ক'লে — ভকতেহে মোৰ মহিমা জানে। সখি অৰ্থাৎ বন্ধুৰূপে আমাৰ নাম স্মৰণ কৰি, সংসাৰ তৰি শেহত আমাত বিলীন হয়।

কৃষ্ণ নিগদতি সব্যসাচী পৰমাৰ্থ তত্ত্ব লৈয়ো বাছি

সুদৃঢ় বিশ্বাসে শৰণ লৈয়ো আমাত।

মোতে মাত্ৰ সদা দিয়া চিত্ত গায়ো মোৰ গুণ নাম-গীত

সকল শাস্ত্ৰৰ কহিলো সাৰ সাক্ষাত।।৬১৬

কৃষ্ণই ক'লে ; হে অৰ্জুন। পৰমাৰ্থ তত্ত্ব লোৱা, বিশ্বাস সহকাৰে মোত শৰণ লোৱা। সদায় মোতে চিত্ত অৰ্পণ কৰি মোৰ গুণানুকীৰ্তন কৰি ধন্য হোৱা। সকলো শাস্ত্ৰৰে এয়ে সাৰ।

ভগৱন্ত ভক্তিযুক্ত পুৰুষৰ আত্মবোধ

মাধৱৰ প্ৰসাদে মিলয়।

কৃষ্ণৰ কৃপাত সুখে গুচে সংসাৰ ভয়

এহিমানে গীতাৰ নিৰ্ণয়।।৬১৭

হে অৰ্জুন ! যি সকলৰ ভগৱত প্ৰেম গভীৰ তেওঁলোকৰ ভ
তেওঁৰ আশীৰ্বাদত লাভ হয়। কৃষ্ণৰ দয়াত সংসাৰ ভয় দূৰ হয় — গীতাৰো

এয়ে পৰম বাণী।

জানা শ্ৰীৰাম নাম নিজ সমস্ত শাস্ত্ৰৰ মূল বীজ
সঞ্জীৱনী প্ৰায় যাৰ মনে প্ৰবেশয়।
যদি হলাহল পান কৰে প্ৰলয় বহ্নিত যদি পৰে
মৃত্যুৰ মুখত প্ৰবেশিলে নাহি ভয়।।৬১৮

হে অৰ্জুন, তুমি জানা — সকলো শাস্ত্ৰৰ মূলবীজ হ'ল — শ্ৰীৰাম নিজে। ই সঞ্জীৱনী ৰূপী। নৰই যদি হলাহল পান কৰে, প্ৰলয় বহ্নিতো যদি পৰে তথাপি হৰি প্ৰেমীৰ মৃত্যু ভয় পৰ্য্যন্ত নাথাকে।

পূৰ্ণ শশী পূৰ্ণ দুগ্ধ-সিন্ধু সিমত প্ৰকাশ নকৰয়
কমনীয় লক্ষ্মী বদনো সিমত হয়।
ঈশ্বৰ কৃষ্ণৰ পাদপদ্ম ভজি স্পৃহাহীন ভৈল যিটো
সিটো মন গোট যিমতে শোভা কৰয়।।৬১৯

পূৰ্ণ চন্দ্ৰ, দুগ্ধ-সিন্ধু লক্ষ্মীদেৱী কোনো বিপৰীতে পছী কদাচিতো নহয়। কৃষ্ণৰ চৰণ কমল ভজি যি স্পৃহাহীন হয় তেওঁ আপোনাত শোভা কৰে।

শ্ৰীমুকুন্দৰ নাম গুণ কীৰ্তন প্ৰকাশে যি দিশত
সি দিশক প্ৰতি নমস্কাৰ যিটো কৰে।
চিদানন্দ ঘন স্বৰূপত ঈশ্বৰ কৃষ্ণত নিত্যাগত
পৰম আনন্দ কৰে সিটো সাধু নৰে।।৬২০

ভগৱানৰ নাম গুণ কীৰ্তন যি দিশত হয় সেই দিশলৈ যি প্ৰতি নমস্কাৰ কৰে তেনে সাধু নৰই ভগৱানৰ ওচৰলৈ নিতৌ যাব পাৰে আৰু আহলাদিত হয়।

হৰি ভক্তি ৰাজমাৰ্গ গুৰু পদ-নাম-চন্দ্ৰ প্ৰকাশিত
শ্ৰুতি জননীৰ পদ পথ অনুসৰি।
ফুৰো হয়া অতি আনন্দিত স্খলন নাহিকে কদাচিত
মহাজন সবে জানিবা নিশ্চয় কৰি।।৬২১

হৰি ভক্তি ৰাজমাৰ্গ, শ্ৰুতিৰ পথ অনুসৰি গুৰু-পদ-নাম-চন্দ্ৰ তাতে প্ৰকাশ মান হয়। সেই হৰি ভক্তিৰ গুণত কেতিয়াও স্খলিত নহে আনন্দমনে আছো — সাধু সকলে নিশ্চয় কৈ সেই কথাটো জানিবা।

## (৫৪) নিন্দা

শ্ৰীমন্ত শঙ্কৰে প্ৰকাশিলা গোবিন্দৰ নামগুণ যশ
জগতৰ লোকে পৰম আনন্দে গাৱে।
হেনয় শঙ্কৰ গুৰু বিনে কমন কাৰণে আনজনে
লোকৰ মাজত আপুনি গুৰু বোলাৱে।।৬২২

শঙ্কৰ গুৰুজনাই জগতত গোবিন্দৰ নাম-গুণ-যশ প্ৰচাৰ কৰিলে। জগতৰ লোকে তাকে আনন্দে মনে গায়। তেনে গুৰুজনৰ অবিহনে কেনেকৈনো মানুহৰ মাজত অন্য এজনে আপোনাক গুৰু বুলি কৈ ফুৰে।

বিষ্ণুৰ সহস্ৰ নাম সদা আছন্তে জিহ্বায়ে তাঙ্ক এৰি
সদায়ে বিৰোধ বচন মাত্ৰ ৰটয়।
বিষ্ণু বুদ্ধি তত্ত্ব পৰিহৰি অসন্ত বস্তুত ৰতি কৰি
যেন বেশ্যা জাৰ পতিত মাত্ৰ ৰময়।।৬২৩

বিষ্ণুৰ সহস্ৰ নাম। তাক পৰিহৰি শাস্ত্ৰৰ বিৰোধ কৰি ব্ৰহ্মাৰ নাম নলৈ কেবল কুৎসা ৰটনা কৰে। বিষ্ণু বুদ্ধি তত্ত্ব পৰিহাৰ কৰি, বেশ্যাই যেনেকৈ উপপতিত ৰমন কৰি আনন্দ উপভোগ কৰে, অসতেও অসৎ পথত গৈ বিষ্ণুৰ ৰটনা কৰি সময় কটায়।

সমস্তৰে আদি নৰ তনু উদ্যম কোটিয়ে নাপায় পুনু
কিনো ভাগ্যেদয়ে পায় নাৱ দৃঢ় আতি।
গুৰু ভৈল আত কৰ্ম ধৰি কৃষ্ণ ভৈল অনুকূল বায়ু
তথাপি সংসাৰ নতৰয় আত্মঘাতী।।৬২৪

নৰতনু সহজ লভ্য নহয়। সহস্ৰ কোটিয়ে এই নৰজীৱন বাবে বাৰে নাপায়। পৰম ভাগ্যৰ বলতহে নৰ জন্ম লাভ হয়। গুৰু কৰ্ণ ধাৰ আৰু কৃষ্ণ অনুকূল বায়ু অৰ্থাৎ তেওঁৰ দয়াত গ্ৰহণৰ হাবিলাস নুবুজি মানুহে আত্মঘাতী পথ গ্ৰহণ কৰে।

মাধৱে বোলন্ত শ্ৰুতি স্মৃতি মোৰ আজ্ঞাবাসী জানা নিষ্ঠ
যিটো জনে তাক উলঙ্ঘিয়া প্ৰবৰ্তয়।
ভৈল সিটো মোৰ আজ্ঞা ছেদি মোৰ দ্বেষ কৰিলেক আতি
মোৰ ভক্ত হন্তো বৈষ্ণৱ সিটো নহয়।।৬২৫

মাধৱে কয় যে শ্ৰুতি স্মৃতি সেই সকলোবোৰ তেওঁৰ আজ্ঞাবাণী। যি

তাক উলঙ্ঘা কৰি জী থাকে, সি মোৰ আজ্ঞা নামানি মোৰ বিদ্বেষী হৈ পৰে। তেনে নৰ মোৰ ভক্ত হ'লেও বৈষ্ণৱ নহয়।

যত উগ্ৰ তপ জ্ঞান গুণ যাগযোগ যজ্ঞ দান পুণ্য
কিবা প্ৰয়োজন সাধিবেক তাসম্বাৰ।
কৃষ্ণ জগতৰ গুৰু নিষ্ঠ সুখ মোক্ষপদ দেৱ ইষ্ট
তাহান চৰণে ভকতি নাহিকে যাৰ।।৬২৬

কঠোৰ তপস্যা, যাগযজ্ঞ, যোগ, দান-দক্ষিণা সিবোৰৰ আলমত পুণ্য বিচৰাটো অৰ্থহীন। কৃষ্ণই জগতৰ গুৰু, সুখ, মোক্ষ, ইষ্ট দেৱতা সকলো। তেওঁৰ চৰণত যাৰ ভক্তি নাই — সি অজ্ঞানী।

শিশুৰ বিষয় আশা আগ যুৱা সেৱা কৰে পায়া লাগ
বৃদ্ধে ভোগ কৰি পিঠি দিলে বিষয়ক।
হৰি ভকতিক পৰিহৰি বৃদ্ধে বিষয়ক টৈৰ কৰি
পুনু পালটিয়া নিৰেখি আছে কিসক।।৬২৭

শিশুৱে বিষয় আশাক আগস্থান আৰু যুৱাই লগ পাই যাক গ্ৰহণ কৰে বৃদ্ধই সিবোৰ ভোগৰ অন্তত বিৰক্ত হৈ পিঠি দিলে ভকত সঙ্গ এৰি তেনে বিষয় আশাক পুনৰবাৰ নৰই কিয় আশ্ৰয় দিয়ে।

বালকে কৰোক বহুমান যুবায়ে সেৱোক পাৰেমান
বৃদ্ধে বিষয়ৰ বহিৰ্ভূত হয়া গৈল।
ভোগ কৰিবাক নপাৰয় তথাপিতো আশা নছাৰয়
হৰি হৰি হৰি কিনো বিপৰীত ভৈল।।৬২৮

শিশুৱে বহুত বিচাৰে — বিচাৰক, যুৱাই মনৰ ইচ্ছা অনুসৰি ভোগ কৰে — কৰক। বুঢ়া বিষয় সুখৰ বাহিৰ হৈ গ'ল — যাওক। কিন্তু বুঢ়া হৈ ভোগ কৰিব নোৱাৰা হোৱাৰ পাছতো আশা পৰিত্যাগ কৰিব নোৱাৰাটোহে আচৰিত — হে হৰি এয়া কি বিপৰীত কথা।

বৃদ্ধসবে জানা বিষয়ক ভোগ কৰিবাক নপাৰয়
ভক্তি হীন বৃদ্ধে তেজিতে সমৰ্থ নয়।
দশন বিহীন কুক্কুৰ যেন হাড় চোবাইবাক নপাৰয়
জিহ্বা লড়বড় কৰি মাত্ৰ চেলেকয়।।৬২৯

ভক্তিহীন বৃদ্ধলোকে ৰিষয় সুখক জানে যদিও ভোগৰ অসমৰ্থ হৈয়ো তাক ত্যাগ কৰিব নোৱাৰে। দাতহীন কুকুৰে হাড় চোবাব নোৱাৰিলেও জিহ্বা ল'ৰাই ওপৰতে চেলেকাৰ দৰে বুঢ়াইও বিষয় সুখলৈ পিঠি দিব নোৱাৰে।

বৈষ্ণৱ নিন্দুক সূচকক বিষ্ঠা লুঠা গ্ৰাম্য শূকৰক

বিধাতাই দুইকো সৃজিলন্ত দায়াতৰে।

সূচকে জানিবা নিৰন্তৰে সাধু সমস্তক শুদ্ধি কৰে

যিমতে শূকৰে গ্ৰামক শোধন কৰে।।৬৩০

বৈষ্ণৱক নিন্দুক আৰু বিষ্ঠা খোৱা গাঁৱলীয়া গাহৰিক ভগৱানে দয়া কৰি সৃজন কৰিলে। নিন্দা সূচকে নিৰন্তৰে সাধু সমাজক শুদ্ধি কৰে যি দৰে গাহৰিয়ে বিষ্ঠা খাই গাওঁ শোধন বা পৰিস্কাৰ কৰে।

মৃগ মীন মহাসাধু নৰে মনৰ সন্তোষে তৃণ জলে

হিংসা শূণ্য হুয়া থাকয় জীৱন ধৰি।

তথাপিতো ইটো ত্ৰিতয়ৰ পিশুন, কৈৱৰ্ত জীৱসৱ

ইটো জগতত তিনি অকাৰণে বৈৰী।।৬৩১

হৰিণ, মাছ আৰু সাধু নৰই আনন্দ মনে স্থলত আৰু আৰু পানীত জীৱন ধাৰণ কৰি থাকে। কিন্তু অসাধু ব্যাধে, মাছমৰীয়া আৰু টুটকীয়া বা খলজনে বা ক্ৰুৰলোকে এই তিনিওৰে বিনা কাৰণত বৈৰিতা আচৰণ কৰে।

সমস্তৰে আত্মা নাৰায়ণ আত্মা সুখে ৰতি সৰ্বক্ষণ

এহি হেতু হৰি সমস্ত প্ৰাণীত সম।

তাঙ্ক যিটো ভজে সুখে তৰে নভজি সংসাৰ মজি মৰে

কৃষ্ণক বিষম বোলয় কোন অধম।।৬৩২

সকলোৰে আত্মা হ'ল নাৰায়ণ, তেওঁ আত্ম সুখত ৰতি হৈ সৰ্বক্ষণ কটায় বাবেই সমস্ত প্ৰাণীৰ বাবে তেওঁ সমান। তেওঁক যি ভজে তেওঁ আনন্দ মনে জীৱন অতিবাহিত কৰে আৰু যি নভজে সি সংসাৰৰ বিষয় সুখত মজি মৰে। কৃষ্ণক অধমেহে বিষম বা অহিতকৰ বোলে।

## (৫৫) আত্মনিন্দা

হৰিসে কেৱল সঁচা মাত্ৰ ৰাম ৰাম ৰাম ৰাম ৰাম

তান্ত বিনে মিছা যত দেখি শুনি মান।

যিটো মিছা তাক কৰি আশা    ৰাম ৰাম ৰাম ৰাম

দুৰাচাৰ মন মৰস কেনে অজ্ঞানে।।৬৩৩

হে ৰাম, হৰিৰ বিনে সকলো অৰ্থহীন, মিছা। যি মিছা তাকে আসা কৰি হেৰৌ দুৰাচাৰী মন তই কিয় মৰ!

হৰি সত্য নিত্য ভগৱন্ত    নাহি পূৰ্বাপৰ আদি অন্ত

তাহান চৰিত্ৰ পৰম আনন্দ ৰস।

তাঙ্ক এৰি মন দুৰাশয়    খতেক বিষয় বিষময়

তাঙ্ক আশা কৰি সংসাৰে মজি মৰস।।৬৩৪

হৰি সত্য, তেওঁ নিত্য, তেওঁৰ আহি অনন্ত, পূৰ্ব বা পৰ বুলি এক্কো কথা নাই। তেওঁ নিতৌ পৰম আনন্দ ৰস। হেৰৌ দুৰাচাৰী মন, তেনে ব্ৰহ্মাক এৰি, বিষয় সুখত মজি মিছাতে মৰ।

## (৫৬) মহিমা

ৰা শব্দক উচ্চাৰন্তে    ৰাম ৰাম ৰাম ৰাম ৰাম

মুখ হন্তে বাজ হয়া পলায় পাপ মানে।

পুণ্য মানে হোৱে অভ্যন্তৰ    ৰাম ৰাম ৰাম ৰাম

ম বুলি আতি কপাট মাৰয় টানে।।৬৩৫

হে ৰাম, ৰা শব্দ উচ্চাৰণ কৰিলেই যত মানে পাপ সি পলাই যায়। তেওঁৰ নাম ল'লে পুণ্য অন্তৰত প্ৰৱেশ কৰে। ম পদে পুণ্য ওলাই আহিব নোৱাৰাকৈ কপাট অৰ্থাৎ দুৱাৰ টানকৈ বন্ধ কৰে।

কৃষ্ণ প্ৰিয়তম আত্মা নিজ    ৰাম ৰাম ৰাম ৰাম ৰাম

যাত হন্তে অনুমাত্ৰকো ভয় নুগুণি।

তাক যিটো জানে সেহিজন    ৰাম ৰাম ৰাম ৰাম ৰাম

বিদ্যাৱন্ত গুৰু সেহিসে হৰি আপুনি।।৬৩৬

হে কৃষ্ণ, হে প্ৰিয়তম তুমি মোৰ আত্মা। সেই কাৰণেই মোৰ লেশ মানো ভয় নাই। সেই কথা যি জানে, হে বিদ্যাৱন্ত গুৰু, তুমিয়েই হৰি।

অনন্ত শকতি তুমি ৰাম    লক্ষ্মণ সুগ্ৰীৱ বিভীষণ

হনুমন্ত আদি মহা মহা বীৰগণে।

আনি তৰু লতা পৰ্বতক    কতেক যোজন সমুদ্ৰক

সেতু বান্ধি পাৰ ভৈলাহা যতনে।।৬৩৭

হে ৰাম, তুমি অনন্ত শক্তিৰ আধাৰ। লক্ষ্মণ, সুগ্ৰীৱ, বিভীষণ, হনুমান — যি তৰু লতা পৰ্বত লৈ সহস্ৰ যোজন পাৰ হ'ব পাৰে, সাগৰত হেতু নিৰ্মাণ কৰিব পাৰে — সেই সকলোৰে কাৰণ তুমি।

হে প্ৰাণ প্ৰভু ৰঘুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
তোমাত কৰিয়া তযু গুণ নাম চাৰ।
বিনা সেতু বন্ধ কৰি নৰে ৰাম ৰাম ৰাম ৰাম ৰাম
অপাৰ সংসাৰ সমুদ্ৰৰ হোৱে পাৰ।।৬৩৮

হে প্ৰভু, তুমি মোৰ প্ৰাণ; হে ৰঘুপতি তোমাতকৈ তোমাৰ গুণৰ মাহাত্ম্য অধিক। তোমাৰ নাম লৈয়ে,কোনো সেতু নিৰ্মাণ নকৰাকৈয়ে; জীৱই অপাৰ সংসাৰ সমুদ্ৰ পাৰ হ'ব পাৰে।

কৃষ্ণ কৃষ্ণ কৃষ্ণ বুলি যিটো অন্তকালে নিজ প্ৰাণ তেজে
আদ্যৰ শবদে মুকুতি তান্ক দিয়ে।
তাৰ কিবা বস্তু দিবো বুলি আৰ দুই পদে লজ্জা হয়া
ঋণী ভৈলো বুলি দমায়া মাথা থাকয়।।৬৩৯

মৃত্যু কালে যি ৰাম কৃষ্ণ বুলি প্ৰাণ তেজে তেওঁৰ মুক্তি লাভ হয়। আৰু অন্য কিবা দিব বুলি শিৰ দোঁৱাই তোমাৰ দুই চৰণত পৰি থাকে।

হে কৃষ্ণ তযু পদ মূলে একান্ত শৰণ লৱে যিটো
কোন লভি ইটো এৰাইবে কালৰ ভয়।
তযু ভকতৰ সঙ্গ গোট সৰ্ব পুৰুষাৰ্থ ৰাশি শিৰে
চড়িয়া কৌতুক অত্যন্ত নৃত্য কৰয়।।৬৪০

হে কৃষ্ণ, একান্ত মনে যি তোমাৰ চৰণত শৰণ লয় — তেওঁৰ কালৰ ভয় নাথাকে। তোমাৰ ভকতৰ সঙ্গত থাকি তোমাৰ সৰ্ব আশীষ শিৰত ৰাখি; আনন্দ মনে নৃত্য কৰি জীৱন কটায়।

পৰম দুৰ্বোধ আত্মা তত্ত্ব তাৰ জ্ঞান অৰ্থে হৰি যত
লীলা অৱতাৰ ধৰা তুমি কৃপাময়।
তাহান চৰিত্ৰ সুধা সিন্ধু তাত ক্ৰীড়া কৰি দীনবন্ধু
চাৰি পুৰুষাৰ্থ তৃণৰ সম কৰয়।।৬৪১

আত্মা তত্ত্ব বৰ জটিল। ভগৱন্তই দয়া কৰি, অনেক লীলা কৰি তাৰ জ্ঞানৰ ব্যৱস্থা কৰিলে। তেওঁৰ চৰিত্ৰ সুধা সিন্ধু — তাতে তেওঁ ক্ৰীড়া কৰি চাৰি পুৰুষাৰ্থ তৃণ তুল্য কৰে। অৰ্থাৎ তেওঁৰ নামেই সৰ্বশ্ৰেষ্ঠ।

উৰুক্ৰম পদ ৰেণু সেৱি ছয় উৰ্মি জিনিলেক যিটো
সিটো পুৰুষৰ জানিবা আশ্চৰ্য্য নাই।
তাকেসে আশ্চৰ্য্য বুলি ধৰি যাৰ নাম একবাৰ স্মৰি ,
চাণ্ডালো সম্প্ৰতি সংসাৰ বন্ধ এৰায়।।৬৪২

বামন অৱতাৰ ভগৱানৰ পদ ৰেণু সেৱি যিয়ে ছয় উৰ্মি বশ কৰি থয়; তেনে নৰৰ আশ্চৰ্য্য বুলি কোনো কথা নাই। সেই কথাহে আচলতে আশ্চৰ্য্য যি এবাৰ মাত্ৰ ভগৱানৰ নাম লৈয়ে চণ্ডালো সংসাৰ বন্ধনৰ পৰা মুক্তি পায়। ছয় উৰ্মি হ'ল -শোক,মোহ, জৰা, মৰণ,ভোক,পিয়াহ আদি ধৰ্ম।

কৃষ্ণক বোলন্ত ধনঞ্জয় তোমাৰ কীৰ্তনে কৃপাময়
অতি অনুৰাগে জগতে কৰে হৰিষ।
তোমাৰ কীৰ্তন অগনিৰ শিখায়ো দগধ হয়া আতি
ৰাক্ষস পিশাচ পলাই যায় দশোদিশ।।৬৪৩

অৰ্জুনে কৃষ্ণক ক'লে,হে প্ৰভু,তোমাৰ কীৰ্তন কৰি সমস্ত জগত আনন্দ মনে কটায়। তোমাৰ কীৰ্তনৰ অগ্নিত ৰাক্ষস পিশাচ দশোদিশে পলাই যায়।

ভক্তি সৰোবৰে কৃষ্ণ-পদ পঙ্কজত পৰি নিৰন্তৰে
পৰম আনন্দে ভকত ভ্ৰমৰ জাকে।
কৃষ্ণ যশ ৰস মধুপানে মত্ত হয়া অতি সাৱধানে
ৰামনাম ৰাজহংস ৰাৱ শুনি থাকে।।৬৪৪

কৃষ্ণৰ ভকতসকলে কৃষ্ণৰ পদ কমলত নিৰন্তৰ সেৱা জনাই থাকে। কৃষ্ণৰ যশ খ্যাতি ৰস পান কৰি মত্ত হৈ থাকে। ৰাম নাম ৰাজহংস ৰাৱ ভকতসকলে পৰম আনন্দ লাভ কৰে।

ঐকান্তিক মহা মুনি যত নিৱৰ্ত্তিয়া বিধি নিষেধত
নিগুণ ভাৱত স্থিতি হয়া নিৰন্তৰে।
জানি পুৰুষাৰ্থ সাৰ তত্ত্ব কৃষ্ণ কথামৃত ভাগৱত

কথনে মথনে সদায়ে ৰমন কৰে।।৬৪৫

মহামুনি সকলে নিগুৰ্ণ ভাবত থাকি, পুৰুষাৰ্থৰ সাৰ তত্ত্ব সকলো কথা জানি কেৱল পৰম পুৰুষৰ কথামৃত পান কৰি আনন্দমনে নিতৌ ৰমন কৰে।

হৰিৰ গুণৰ দেখা বল লভিলেক যিটো মোক্ষ ফল
তাহাৰা সবৰো চিত্তক আনয় টানি।
এতেকে নিপুন যিটোজন কৃষ্ণক চৰণে দিয়া মন
হৰিৰ গুণক নছাড়িবা সাৰ জানি।।৬৪৬

হৰিৰ গুণৰ বল অসীম। তেওঁক ভজি মোক্ষ ফল পাব পাৰি। যি নামে সাধুজনৰ চিত্ত টানি নিয়ে, সেই নাম লৈ কৃষ্ণৰ চৰণত শৰণ লৈ জীৱন কটোৱা। তেওঁৰ গুণক কেতিয়াও অৱহেলা নকৰিবা।

শুক নিগদতি পৰীক্ষিত যদি আমি নিগুৰ্ণত স্থিত
তথাপি উত্তম শ্লোকৰ মহিমা গুণে।
কৰিলেক মোৰ বশ্য চিত্ত ভাগৱত গ্ৰন্থ বিপৰীত
পৰম আনন্দে পঢ়িলো মই আপুনে।।৬৪৭

শুকে পৰীক্ষিতক ক'লে; যদি আমি নিগুৰ্ণত স্থিত তথাপি উক্ত শ্লোকৰ মহিমাৰ গুণত মোৰ চিত্ত বশ হ'ল, এই কথা মই আপুনি ভাগৱত পঢ়ি ক'লো।

তোমাত কহিবো সেহি শাস্ত্ৰ তুমি আঁক শুনিবাৰ পাত্ৰ
মহা পুৰুষৰ সেৱক তুমি সম্প্ৰতি।
ই শাস্ত্ৰত শ্ৰদ্ধা মাত্ৰকত মুকুন্দৰ পদ পঙ্কজত
আতি শীঘ্ৰে তাৰ হোৱে জানা সতী মতি।।৬৪৮

তোমাক সেই শাস্ত্ৰৰ কথা ক'ম। তুমি মহাপুৰুষৰ সেৱক আৰু সেই শাস্ত্ৰ শুনাৰ উপযুক্ত লোক। এই শাস্ত্ৰত শ্ৰদ্ধা থাকিলেই মুকুন্দৰ চৰণ কমলত তেওঁৰ মতি গতি হয়।

সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু অনন্ত বিচিত্ৰ কৰ্ম হৰি
কৰা যিটো তাক গাৱে শুনে প্ৰশংসয়।
অপবৰ্গ দাতা ভগৱন্ত তাহান চৰণ পঙ্কজত
তিনিওৰো নিশ্চয় উত্তম ভক্তি হোৱয়।।৬৪৯

সৃষ্টি, স্থিতি, প্ৰলয়ৰ হেতু, হে প্ৰভু, অন্তহীন বিচিত্ৰ কৰ্ম কৰা। সেই কথা

যি শুনে বা কীৰ্তন কৰে তেওঁ তোমাৰ প্ৰশংসা কৰে। মুক্তিদাতা ভগৱানৰ চৰণ কমলৰ এই তিনিওৰে উত্তম ভক্তি হয়।

(৫৭) নাম মহিমা

হৰি কীৰ্তনৰ তাপ লাগি পলায় পাপ দশোদিশে ভাগি
হেৰা পাইলে বুলি ভয়ত ভৰি লৰৱে।
ব্ৰহ্মাণ্ডৰ ভিতৰে নপাই ঠাই আৰ ব্ৰহ্মাণ্ডক পলাই যায়
নামে খেদি তেন্তে ব্ৰহ্মাণ্ডোপৰি বাগৱে।।৬৫০

হৰি নামৰ তাপত পাপ পলাই যায়। ই ক'তো ঠাই নাপাই এক ব্ৰহ্মাণ্ডৰ পৰা অন্য এক ব্ৰহ্মাণ্ডলৈ দৌৰি পলায়। হৰিনামৰ খেদাত ই ভীষণ ভাৱে বিপৰ্য্যস্ত হয়।

পাছে পাছে হৰি নামে খেদে একো ব্ৰহ্মাণ্ডত স্থান নেদে
মহা মহা পাতকৰ গৰ্ব ভৈল দূৰ।
এবে কৈক যাইবো বুলি ভৰি কাম্পে পাপসব তৰতৰি
হৰি নামে পাই দহি কৰিলেক চুৰ।।৬৫১

পাপ-পাপী যলৈকে যায় তালৈকে নামে খেদি যায়। নামে পাপক ক'তো স্থান নিদিয়ে। হৰিনামৰ খেদাত পাপে ক'তো ঠাই নাপাই ত্ৰস্তমান হৈ কঁপে আৰু পাছত নামৰ ওচৰত হাৰ মানে।

নামে পুৰুষক শুদ্ধ কৰি থৈলা নাম তাতে ভৰি পুৰি
ধৰ্মময় তনু ভৈগৈল হৰি ভকত।
হৰিৰ কৰুণা ভৈল তাক উচ্চ কৰি দিয়া হৰি ডাক
পৰম সন্তোষে নাচে অতি আনন্দত।।৬৫২

নামে পুৰুষক শুদ্ধ কৰি, নাম দি, ধাৰ্মিক তনুক অৰ্থাৎ নৰক হৰিৰ ভক্ত কৰে। হৰিৰ দয়াত তেওঁৰ নাম লৈ পৰম আনন্দত দেও দি নাচে।

শুদ্ধে বা অশুদ্ধে এক নাম শুনে বা ভনে বা মনে স্মৰে
অপৰাধহীন পুৰুষক সদ্যে তৰে।
দেহ ধন জন অৰ্থ লোভে পাষণ্ড বুদ্ধিয়ে যিটো লৱে
সিটো হৰি নামে তাৰিতে শীঘ্ৰে নপাৰে।।৬৫৩

হৰি নাম যি শুদ্ধ বা অশুদ্ধ মনে লয়, শুনে, স্মৰণ কৰে বা লিখে,

তেনেজন অপৰাধী পুৰুষ হ'লেও উদ্ধাৰ পায়। অৱশ্যে যি দেহ ধন জন অৰ্থলোভত অসৎ মনে হৰিৰ নাম লয় হৰি নামে তেওঁক শীঘ্ৰে উদ্ধাৰ কৰিব নোৱাৰে।

(৫৮) স্তুতি

বসুদেৱ নিগদতি হাসি সাক্ষাতে বিদিত ভৈলা আসি
তুমিসে পুৰুষ প্ৰকৃতিতো কৰি পৰ।
সমস্ত জীৱৰ বুদ্ধি সাক্ষী কেৱল আনন্দ অনুভৱ
স্বৰূপ সুখৰ সাগৰ দেৱ ঈশ্বৰ।।৬৫৪

বসুদেৱে হাঁহি হাঁহি ক'লে যে তেওঁক স্মৰণ কৰিলেই আহি দেখা দিয়ে কাৰণ তেওঁ পুৰোষোত্তম। তেওঁৱেই সমস্ত জীৱৰ প্ৰাণ, আনন্দ আৰু দয়াৰ সাগৰ।

হে কৃষ্ণ যত জীৱ নিত্য তিনি তাপে হুয়া সন্তাপিত
দুৰ্ঘোৰ সংসাৰ তাপত পৰি আছয়।
তযু পদ শ্বেত ছত্ৰ প্ৰায় অমৃত বৰিষে সৰ্বদায়
আৰ ছাঁয়া বিনে নেদেখো তাৰ আশ্ৰয়।।৬৫৫

হে প্ৰভু, সংসাৰৰ ত্ৰিতাপত যি দগ্ধ আৰু পীড়িত তেওঁ তোমাৰ পদ ছায়াত — য'ত নিতৌ অমৃত বৰষে; শৰণ লোৱাৰ বাদে আন মুক্তিৰ আশ্ৰয় নাই।

বলি নিগদতি যদুপতি ৰাম ৰাম ৰাম ৰাম ৰাম
কিনো কৃপা মোক কৰিলাহা নাৰায়ণ।
দেৱৰো দুৰ্লভ অতিশয় ৰাম ৰাম ৰাম ৰাম ৰাম
গৃহন্ত থাকিয়া দেখিলো তযু চৰণ।।৬৫৬

হে যদুপতি; তুমি যে দয়াৰ সাগৰ ; বলিয়ে ক'লে। তুমি মোক দয়া কৰি ঘৰতে আহি দৰ্শন দিলা। তোমাত মোৰ শতকোটি নমস্কাৰ।

(৫৯) শৰণ

শোক মোহ মহাপঙ্ক মাজে অৰ্জুনে মগন ভৈল দেখি
পৰম ঈশ্বৰ দৈৱকী-দেৱী-নন্দন।
কৃপায়ে ঈশ্বৰে ত কহি উদ্ধাৰিলা নিজ ভকতক

হেন ঈশ্বৰৰ চৰণে লৈলো শৰণ। ।৬৫৭

যি প্ৰভুৰে শোক মোহ মহাপঙ্কত অৰ্থাৎ দুৰ্ঘোৰ মায়াত অৰ্জুন মগ্ন হৈ আপোন পথৰ পৰা পিছলি পৰিছিল — তেওঁক দয়া কৰি সৃষ্টি তত্ত্ব বেকত কৰি উদ্ধাৰ কৰিলে — সেই প্ৰভুৰ শ্ৰীচৰণত শৰণ লওঁ।

হে কৃষ্ণ ধনঞ্জয় সখা বৃষ্ণি কুল শ্ৰেষ্ঠ দুষ্ট ৰাজা
বংশৰ দহন অনন্ত বীৰ্য্য গোবিন্দ।
গো, প্ৰিয় দেৱ দুঃখহাৰী যোগেশ্বৰ সমস্তৰ গুৰু
নমো ভগৱন্ত তযু পদ অৰবিন্দ। ।৬৫৮

হে ধনঞ্জয় সাখা কৃষ্ণ, তুমি বৃষ্ণি কুলৰ শ্ৰেষ্ঠ। তুমি দুষ্ট ৰজা সংহাৰী, তুমি অনন্ত,, ঐশ্বৰ্য্যশালী। গো, বিপ্ৰ আৰু দেৱতাৰ দুখহাৰী সমস্ত প্ৰাণীৰ গুৰু তুমি যোগেশ্বৰ। তোমাৰ চৰণত মই শৰণ লওঁ।

## (৬০) প্ৰাৰ্থনা

ব্ৰহ্মা আদি কৰি জীৱ য'ত ৰাম ৰাম ৰাম ৰাম ৰাম
মায়া শৰ্য্যা মাজে আছয় ঘুমন্তি যাই।
তুমি যে সে চৈতন্য সনাতন ৰাম ৰাম ৰাম ৰাম ৰাম
আমি অচেতন নিয়োক নাথ জগাই। ।৬৫৯

ব্ৰহ্মা আদি যত জীৱ গভীৰ নিদ্ৰাত নিদ্ৰা মগ্ন। তুমিহে কেৱল চৈতন্য — হে সনাতন। আমি অচেতনক জগাই তুমি উদ্ধাৰ কৰা।

ক্ষুদ্ৰ সুখে বহু আশা কৰি ভৱ কূপে জীৱ আছে পৰি
কাল সৰ্পে দংশি হৰিল চেতন তাৰ।
মোক্ষ ৰূপ তযু বাক্যামৃত কৃপায়ে সিঞ্চিয়া প্ৰতিনিত
দয়াময় কৃষ্ণ কৰিয়ো মোক উদ্ধাৰ। ।৬৬০

কাল সৰ্পে দংশি চেতনাহীন কৰা মানুহে ভৱকোপত — অজ্ঞান আন্ধাৰত পৰি, ক্ষুদ্ৰ সুখ আশা কৰি জীৱন কটায়। হে প্ৰভু, নিতৌ আশীৰ্বাদ দি, মোক্ষসম তোমাৰ অমৃতবাক্য শুনাই আমাক উদ্ধাৰ কৰা।

সৰোবৰ গ্ৰাহে ধৰি আছে গজেন্দ্ৰে পীড়াক পায়া পাছে
আকাশে গৰুড় স্কন্ধ চক্ৰ ধৰি হৰি।
দেখি সুবৰ্ণৰ পদ্ম ধৰি বোলে দুঃখে আৰ্তনাদ কৰি

নমো ভগৱন্ত গুৰু লৈয়ো দাস কৰি।।৬৬১

গ্ৰাহে যেতিয়া গজেন্দ্ৰক সৰোবৰত কাবু কৰি ৰাখিছিল, গজেন্দ্ৰই সুৰ্বণৰ পদ্ম বা কমল এপাহি লৈ আৰ্তনাদ কৰি, গৰুড়ত বিচৰণ কাৰী কৃষ্ণক প্ৰণাম জনাই তেওঁত শৰণ ল'লে। আৰু ভগৱন্তই তেওঁক উদ্ধাৰ কৰিলে।

মধুৰিপু ৰাম ৰঘুপতি তুমি ভকতৰ নিজ গতি
তোমাৰ চৰণে শৰণ কৰিলো সাৰ।
নমো দেৱদীন-দুঃখ-হাৰী দায়াশীল দামোদৰ প্ৰভু
আমি দুখিতক চৰণে কৰা উদ্ধাৰ।। ৬৬২

হে মধুৰিপু, ৰাম, ৰঘুপতি তুমি ভকতৰ উদ্ধাৰকাৰী। তোমাৰ চৰণত আমি শৰণ লওঁ। হে প্ৰভু তুমি দীন -দুখীতৰ দুখ হৰণকাৰী, তুমি দয়াৰ সাগৰ, আমি দুখীতক তোমাৰ চৰণে উদ্ধাৰ কৰা।

হে কৃষ্ণ তযু পাদ পদ্ম পিঞ্জৰ ভিতৰে মোৰ মন
ৰাজহংস পশি থাকোক প্ৰভু সৰ্বথা।
প্ৰাণ প্ৰয়ানৰ সময়ত কফ বাত পিত্ত আদি যত
কণ্ঠ নিৰোধন তোমাৰ স্মৰণ কথা।।৬৬৩

হে প্ৰভু, তোমাৰ চৰণ কমলত মোৰ মন, তাতে তোমাৰ ৰাম নাম ৰাজহংসই আমাৰ মন আসক্ত কৰি ৰাখক। প্ৰাণ প্ৰয়াণৰ সময়ত কফ বাত পিণ্ডই তোমাৰ নাম ল'বলৈ নিদিয়াৰ পৰত তোমাক যেন মই স্মৰণ কৰিব পাৰো।

হে কৃষ্ণ পুত্ৰ-পত্নী-সঙ্গ তেজি তযু পদ চিন্তি নিত
গৰ্ব-শূণ্য সন্ত সবৰ আশ্ৰমে যাইবো।
তাসম্বাৰ মুখ পদ্মে ৰাজ ছুইবে তযু কথামৃত নদী
তাতে মগ্ন হুয়া দেহাৰ হাত এৰাইবো।।৬৬৪

হে কৃষ্ণ, পুত্ৰ-পৰিবাৰ আৰু বন্ধু-বান্ধৱ সকলোটিকে ত্যাগ কৰি, তোমাৰ পদ কমলৰ কথা চিন্তা কৰি সাধুজনৰ গৰ্বশূন্য আশ্ৰমলৈ যাম। তেওঁলোকৰ মুখত তোমাৰ অমৃতময় কথা আলাপ হ'ব আৰু তাতে আত্মা নিয়োগ কৰি তোমাত প্ৰৱেশি উদ্ধাৰ পাম।

## (৬১) তাৎপৰ্য্য

চাৰিয়ো বেদৰ চাৰি অক্ষৰ সাৰ কাঢ়ি আনি ব্ৰহ্মাদেৱে
বেকত কৰিয়া থৈল নাৰায়ণ বাণী।
সেহি নাৰায়ণ নাম লৈয়া শুদ্ধ কৰো আমি চিত্ত কায়া
হৰি সন্তোষৰ কাৰণ আন নজানি।।৬৬৫

চাৰি বেদৰ চাৰিটি অক্ষৰৰ সাৰ কাঢ়ি ব্ৰহ্মাদেৱে নাৰায়ণৰ বাণী প্ৰচাৰ কৰিলে। সেই নাৰায়ণৰ নাম লৈ চিত্ত কায়া শুদ্ধ কৰো। ভগৱানক সন্তুষ্ট কৰিবলৈ নাৰায়ণৰ নাম বিনে আন একো নাই।

একেখানি মাত্ৰ শাস্ত্ৰ নিষ্ঠ দৈৱকী নন্দনে কৈলা যাক
দেবো একমাত্ৰ দৈৱকী-দেৱীৰ সূত
দৈৱকী-পুত্ৰৰ পদ সেৱা কৰ্মো এক এহিমানে মাত্ৰ
মন্ত্ৰো এক মাত্ৰ তান নাম অদভুত।।৬৬৬

শাস্ত্ৰ এক, দেৱ এক দৈৱকী নন্দনৰ অৰ্থাৎ কৃষ্ণৰ পদ সেৱা এক — এক ভগৱানত সেৱা, কৰ্ম এক আৰু মন্ত্ৰত এক। সেই ভগৱানৰ নামৰ মহিমা অদ্ভুত।

কৃষ্ণ যশে ধৌত চিত্ত হুয়া সমস্তে ক্লেশক তৰি পুনু
কৃষ্ণ দাসে কৃষ্ণচৰণ মূল নেৰয়।
সকল সম্পূৰ্ণ নিজ গৃহ পথিক সকলে পায়া লগ
দুখ এৰাই যেন সিটো গৃহ নছাড়য়।।৬৬৭

কৃষ্ণৰ নাম যশে ধৌত চিত্ত-মল সকলো দুখ ক্লেশ পাহৰি কৃষ্ণৰ চৰণত শৰণ লয়। তাতে যেন আপোন আশ্ৰয় পায় পথিক সকলে বাস কৰিবলৈ যায় আৰু তাক পৰিহাৰ কৰিবলৈ ইচ্ছা নকৰে।

সকল উপনিষদ ধেনু দোগ্ধা ভৈল তাৰ নন্দসুত
তাৰ বৎস ভৈল কুন্তীসুত ধনঞ্জয়।
দুগ্ধ ভৈল মহা গীতামৃত কৃষ্ণৰ চৰণে দিয়া চিত্ত
সুবুদ্ধি সকলো সন্তোষে পান কৰয়।। ৬৬৮

সকলো উপনিষদ হ'ল খীৰতি গাই, নন্দৰ নন্দন হ'ল সেই গাইৰ দোহক তেওঁৰ পুত্ৰ হ'ল কুন্তীসুত ধনঞ্জয়। সেই দুধ হ'ল গীতাৰ অমৃতবাণী তাকে

কৃষ্ণৰ চৰণত দি সকলোৱে আনন্দ মনে প্ৰাণ কৰে।

(৬২) বস্তু প্ৰকাশ

আদি সত্য যুগে শুদ্ধ ধৰ্ম আছিলেক মাত্ৰ হৰিনাম
দৱসৰে গুপ্ত কৰিলে কৰি কপট।
হেন হৰি নাম ব্যক্ত কৰি সমস্তে লোকক উদ্ধাৰিলা
শ্ৰীমন্ত শঙ্কৰে ভাঙ্গিলা সবাৰো পট।।৬৬৯

আদিতে সত্য যুগত হৰিনামেই কেৱল শুদ্ধ ধৰ্ম আছিল। তাক দেৱতা সকলে কপট ভাবে গুপ্ত কৰি ৰাখিছিল। কিন্তু শ্ৰীমন্ত শঙ্কৰ গুৰুৱে সেই আঁৰ কাপোৰ গুচাই হৰিৰ নাম ব্যক্ত কৰি সমস্ত জীৱকে উদ্ধাৰ কৰিলে।

(৬৩) আশ্ৰয়

নোহো জানা আমি চাৰি জাতি চাৰিও আশ্ৰমী নোহো আতি
নোহো ধৰ্মশীল দানব্ৰত তীৰ্থগামী।
কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ গোপীভৰ্ত্তা পদ কমলৰ
দাসৰো দাসৰ তান দাস ভৈলো আমি।।৬৭০

আমি চাৰি জাতি নহওঁ , চাৰি আশ্ৰমী, ধৰ্মশীল, দানী বা তীৰ্থগামীও নহওঁ। কিন্তু পূৰ্ণানন্দ সমুদ্ৰৰ, গোপীসকলৰ স্বামীৰ পদ কমলৰ দাসৰো দাস — তোমাৰ চৰণত আমি শৰণ ললো।

(৬৪) প্ৰশংসা

সেহি ধন্য লোক শুচিনন্ত সৰ্বগুণে বিদ্যাৱন্ত
যজ্ঞে তপে আতি সি সি জন শুদ্ধমতি।
সি সিজন মহাদাতা জ্ঞানী সি সি সত্যবাদী মহামানী
পুৰুষোত্তমত আছয় যাৰ ভকতি।।৬৭১

সেইজনেই ধন্য যাৰ চিত্ত শুদ্ধ, শ্ৰেষ্ঠ বিদ্যাৱন্ত, সৰ্বগুণী আৰু তপ যজ্ঞতো মন শুদ্ধ। দাতা, সত্যবাদী, মানীজন যি পুৰুষোত্তমৰ চৰণত শিৰ দোঁৱাই থাকে তেঁৱেই ধন্য।

(৬৫) কীৰ্ত্তন প্ৰশংসা

যি দিশত মহাভক্ত সবে শ্ৰীমন্ত কমল লোচনক
পৰম সন্তোষে কীৰ্তন যিটো কৰয়।
যি দিশক নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ সুখে তৰি

আপুনি অচ্যুত স্বৰূপ সিটো হোবয় ।।৬৭২

যি দিশত ভক্ত সকলে পৰম আনন্দিত হৈ ভগৱন্ত প্ৰভুৰ কীৰ্তন কৰে, যি দিশত ভগৱন্তক নমস্কাৰ কৰি দুৰ্ঘোৰ সংসাৰ আনন্দ মনে পাৰ হয় তাতে অচ্যুত ভগৱন্তৰ দৰ্শন হয়।

ৰমানন্দ পদ যুগলৰ মকৰন্দ মধুব্ৰত প্ৰায়
ভকত সকল যি দিশত প্ৰকাশয়।
সি দিশ জানিবা গঙ্গা দেৱী অনেক প্ৰবাহ ৰূপে আসি
পৰম নিৰ্মল স্বৰূপে শোভা কৰয়।।৬৭৩

যি দিশত ভকত সকলৰ প্ৰভুৰ চৰণ যুগলৰ সেৱা বন্দনা হয়, সেই দিশত পৰম নিৰ্মলা গঙ্গাৰ সহস্ৰ প্ৰবাহ বই শোভা বৰ্ধন কৰে।

শ্ৰীমধুদ্বিশ ঈশ্বৰৰ কীৰ্তন মঙ্গল নিৰন্তৰ
যিটো ভূমি ভাগে শুদ্ধ শুদ্ধ ৰূপে হোবে জাত।
তাৰ ধূলি যিটো শিৰে ধৰে নিশ্চয় জানিবা সিটো নৰে
কৃষ্ণৰ পৰম বল্লভ হোবে সাক্ষাত।।৬৭৪

যি স্থানত মধুদ্বিশ ঈশ্বৰৰ কীৰ্তন হয় পবিত্ৰ চিত্তে, সেই স্থানৰ ধূলি শিৰত ললেও নৰ ভগৱন্তৰ পৰম বন্ধু হয়।

হে দেৱ মহেশ্বৰ হৰি তয়ু কথা মৃত পান কৰি
বঢ়ায়া ভকতি মনক শুদ্ধ কৰয়।
বৈৰাগ্য যে সাৰ ভৈল যাৰ হেনয় বোধক লভি সুখে
পৰম নিৰ্মল বৈকুণ্ঠ গৈয়া পাবয়।।৬৭৫

হে দেৱ মহেশ্বৰ হৰি, তোমাৰ ভকতিৰ ৰস পান কৰি যি ভক্ত সমস্ত বঢ়ায়, তেনে বৈৰাগ্যই যাৰ ভগৱৎ প্ৰীতি অধিক বঢ়াই পাছত নিৰ্মল মনে বৈকুণ্ঠ প্ৰাপ্ত হয়।

মহন্ত সবৰ সঙ্গ লৈয়া হৰিত একান্ত চিত্ত দিয়া
পৰম আনন্দে গায়ো হৰি গুণনাম।
সহজে কৃপালু দেৱ হৰি লৈবে আপোনাৰে দাস কৰি
হৰি দাস ভৈলে হৈবা ভাই পূৰ্ণকাম।।৬৭৬

সাধুৰ সঙ্গত থাকি হৰিক একান্ত চিত্তে যি স্মৰণ কীৰ্তন কৰে, তেওঁক

অতি সহজে ভগৱানে দয়াকৰি আপোনাৰ ভক্ত ৰূপে গ্ৰহণ কৰে। আৰু হৰিৰ দাস হ'লেই নৰৰ সকলো কামনা সিদ্ধ হয়।

## (৬৬) নামান্বয়

কৃষ্ণ নিগদতি অৰ্জুনত দেহাদিক আমি অতিক্ৰমি
হৈয়া আছো শুদ্ধ ব্ৰহ্মাতো কৰি উত্তম।
এতেকেসে জানা ইটো লোকে বেদতো প্ৰখ্যাত হুয়া আছে
মোৰ নাম ইটো প্ৰসিদ্ধ পুৰুষোত্তম।।৬৭৭

কৃষ্ণই অৰ্জুনক ক'লে দেহাদিক অতিক্ৰমি অৰ্থাৎ নিৰাকাৰ হৈ আমি ব্ৰহ্মাতকৈও শুদ্ধ আৰু উত্তম হৈ আছো। এতেকেহে এই লোকত অৰ্থাৎ সংসাৰত বেদতো খ্যাত হৈ আছো আৰু মোক প্ৰসিদ্ধ পুৰুষোত্তম বোলে।

## (৬৭) উপদেশ

যিটো মহামতি গুৰুজনে হৰি ভক্তি পথ উপদেশ
দিয়া দুখময় সংসাৰৰ পাৰ কৰে।
হেন পৰম গুৰু ঋণ সুজিবাক প্ৰতি জানা নিষ্ঠ
অন্যত্ৰ উপায় নাহি অঞ্জলিত পৰে।।৬৭৮

যি মহান গুৰুৰ উপদেশত হৰি ভক্তি লৈ উদ্ধাৰ পাব পাৰি সংসাৰৰ দুখময় তেনে গুৰুৰ ঋণ সুজিবলৈ হৰি ভক্তিৰ বাদে আন একো নাই।

হৰি ভক্তি দাতা গুৰু ঋণ সুজিবাক যিটো অহঙ্কাৰী
অনেক যতনে মনত আলোচে মাত্ৰ।
ঋণ সুজিবাক নপাৰয় জানিবাহা সিটো দুৰাশয়
উপশা সদৃশ বিনোদৰ ভৈল পাত্ৰ।।৬৭৯

হৰি ভক্তি প্ৰদান কৰা জনৰ ঋণ সুধিবলৈ মনত মাত্ৰ আলচে কিন্তু তাক বাস্তৱত ৰূপায়ন কৰিব নোৱাৰে তেনে দুৰাশয় দুৰাচাৰী শিলাময় বিনোদনৰ পাত্ৰ মাত্ৰ হয়।

হৰি যেন অতি কৃপাময় ভক্ত গুৰুজনো সেহি নয়
দুয়ো জন এক শৰীৰত মাত্ৰ ভিন্ন।
কৃপাৰসে তুষ্ট হুয়া চিত্ত লোকৰ হিতক চিন্তি নিত
নিজ গুণে তুষ্ট দুয়ো অহঙ্কাৰহীন।।৬৮০

হৰি পৰম কৃপালু ভক্ত আৰু তেওঁ একাকাৰ। ভক্ত গুৰুৰ সম্পৰ্কত তিমান মধুৰ নহয়, হৰি আৰু তেওঁৰ ভক্ত যিমান। শৰীৰতহে ভক্ত ভগবান ভিন্ন মাত্ৰ। ভগৱন্তৰ দয়াত ভক্ত ভগবান দুয়ো তুষ্ট হৈ অহঙ্কাৰ বিহীন ভাবে লোকৰ নিতৌ চিন্তা কৰে।

(৬৮) খেদ

আপোন নামক বহুতৰ কৰি নিজ সৰ্ব শক্তি দিয়া
কালৰ নিয়ম নিবিহিলা স্মৰণত।
এতা দশী তব কৃপা হৰি মোহোৰ দুৰ্দ্দৈব দেখা কিনো
অনুৰাগ প্ৰভু নভৈল তযু নাম।।৬৮১

তোমাৰ নাম স্মৰণ মাত্ৰেই পৰম দয়া কৰি আপোনাৰ সৰ্ব সক্তি দি বহুতৰ কল্যাণ সাধন কৰা। এনেকুৱা তোমাৰ দয়া থকা সত্বেও মোৰনো কি দুভাৰ্গ্য প্ৰভু তোমালৈ মোৰ ভক্তি নোপজে।

কত মহা দুখে পুণ্য কৰি অপবৰ্গ যোগ্য নৰ তনু
পায়া পৃথিৱীত বিষয়ত মজি ৰৈল।
ইটো খেদ হৰি সেবা তেজি আপোনাক আঘাত কৰি
সিটো মহাপাপী আপুনি বঞ্চিত ভৈল।।৬৮২

কত জন্মৰ পুণ্যৰ ফলত নৰতনু পায়ো সংসাৰত কেৱল বিষয় সুখত ভোল গ'লো। এইটোৱে দুখ যে হৰি সেবা পৰিহাৰ কৰি আপুনি আপোনাক আঘাত কৰি মহাপাপী হৈ তোমাৰ চৰণ সেৱাৰ পৰা বঞ্চিত হ'লো।

(৬৯) ভাগৱত প্ৰশংসা

ভাৰত পুৰাণ আদি যত প্ৰকাশ কৰয় নানামত
য'ত মহাজন সবৰ সভা মধ্যত।
পৰম আনন্দ ৰসময় কোটি সূৰ্য্যসম প্ৰকাশয়
মহাভাগৱত নোহন্ত যাৰে বেকত।।৬৮৩

সাধু সন্ত জনৰ সভাত ভাৰত পুৰাণ আদিৰ না না মত প্ৰকাশ হয়। সেই সকলোৰে মধ্যত পৰম আনন্দ ৰসময় মহাভাগৱত কোটি কোটি সূৰ্য্যৰ সমান হৈ প্ৰকাশ পায়।

## (৭০) পৰম পুৰুষাৰ্থ

একান্ত ভকত যাৰা হয়        কিছু অৰ্থ তাৰা নবাঞ্ছয়
মহা অদভূত হৰি গুণ নাম লয়।
পৰম মঙ্গল কৃষ্ণ যশ        যত পৰে আন নাহি ৰস
পৰম আনন্দ সমুদ্ৰ মজি ৰহয় ।। ৬৮৪

যি একান্ত ভকত তেওঁ বিষয় বাঞ্ছা নকৰে, তেওঁ সকলোতে হৰিনাম দেখে। পৰম মঙ্গল কৃষ্ণৰ নাম লৈ আনন্দ সাগৰত ডুব গৈ থাকে। তেওঁ তাৰ বাদে আন একো নিবিচাৰে।

### ঘোষা ছন্দ

## (৭১) শৰণ

যাদৱ যদু নন্দন মাধৱ মধুসূদন।
তুমি নিত্য নিৰঞ্জন নাৰায়ণ
তোমাত লৈলো শৰণ।।৬৮৫

হে যাদৱ যদু নন্দন, তুমি মধুসূদন, তুমি মাধৱ, তুমি নিত্য, তুমি নিৰঞ্জন নাৰায়ণ, আমি তোমাত শৰণ ললো।

ইবাৰ কৰুণাময় হৰি কমলাপতি
মোৰে নছাড়িবা নাৰায়ণ।
অৰুণ চৰণ তলে হৰি কমলাপতি
সত্যে সত্যে পশিলো শৰণ।।৬৮৬

ইবাৰ হে কৰুনাময় কমলাপতি — মোক নেৰিবা। তোমাৰ অৰুণ চৰণ তলত, হে হৰি কমলাপতি মই তিনি শপত খাই শৰণ ল'লো। মোক উদ্ধাৰ কৰা।

হৰি চৰণত শৰণ লৈলো এ হৰি নাৰায়ণ।
মানবী জনম সফল কৈলো এ হৰি নাৰায়ণ।।৬৮৭

হৰিৰ চৰনত শৰণ লৈ জীৱন সফল কৰিলো — হে নাৰায়ণ।

গোপাল গোবিন্দ যদু নন্দন।
কৃষ্ণৰ চৰণে লৈলো শৰণ।।৬৮৮

গোপাল, গোবিন্দ, যদু নন্দন কৃষ্ণৰ চৰণত শৰণ ললো।

ৰাঘৱৰ অভয় চৰণে।

সত্যে সত্যে পশিলো শৰণে।।৬৮৯

ৰঘুপতিৰ অভয় চৰণত সত্যে সত্যে পশিলো শৰণ।।

ৰামৰ চৰণে শৰণ লৈলো।

মানবী জনম সফল কৈলো।।৬৯০

ৰামৰ চৰণত শৰণ লৈ মানবী জন্ম সফল কৰিলো।

হৰি ও হৰি চৰণে লাগো।

অভয় চৰণে শৰণ মাগো।।৬৯১

হে হৰি তোমাৰ চৰণত প্ৰণিপাত কৰো, তোমাৰ অভয় চৰণত শৰণ প্ৰাৰ্থনা কৰো।

ৰাম ৰঘুপতি ৰঘু নন্দন

তোমাৰ চৰণে লৈলো শৰণ।।৬৯২

হে ৰঘুনন্দন ৰাম, তোমাৰ চৰণত মই শৰণ ললোঁ।

(৭২) ভজন

গোপীনাথ গোবিন্দ ৰাম কৃষ্ণ হৰি।

ভজোহো তোমাৰ পদ কমলত ধৰি।।৬৯৩

হে ৰামকৃষ্ণ হৰি, গোপীনাথ গোবিন্দ, তোমাৰ পদ কমলত ধৰি মই লওঁ।

ভজো গোবিন্দ তোমাৰ পায়।

মোক নছাড়িবা সেৱক দায়।।৬৯৪

হে গোবিন্দ, তোমাৰ চৰণত মই বন্দনা কৰো। মোক দোষ দায় ধৰি নেৰিবা। অৰ্থাৎ তোমাৰ দয়াৰে আমাক ৰাখা।

ৰাম কৃষ্ণ গোপীনাথ গোবিন্দ।

সেৱোহো তযু পদ অৰবিন্দ।।৬৯৫

হে ৰামকৃষ্ণ, গোপীসকলৰ স্বামী; তুমি গোবিন্দ, তোমাৰ চৰণত মই শৰণ লওঁ।

প্ৰণত পাতক দেৱ গোবিন্দ।

ভজোহো তযু পদ অৰবিন্দ।।৬৯৬

হে গোবিন্দ, তোমাৰ পদ কমলত মই শৰণ লওঁ।

মোৰ প্ৰভু নাৰায়ণ এ,

হৰি হৰি তোমাৰ চৰণে মজো।।৬৯৭

হে মোৰ প্ৰভু নাৰায়ণ, হে হৰি তোমাৰ চৰণে মই মজো।

ভূবন মোহন ৰাম ভজিলো তোমাৰ পায়।

মহামহা পাপী যাৰ নাম জপি উত্তম পদক পায়।।৬৯৮

হে ভূবন মোহন, তোমাৰ চৰণত মই ভজিলো। মহা পাপীয়েও যাৰ নাম জপি তোমাৰ উত্তম পদত থান পায় — তেওঁক আমি প্ৰণাম কৰোঁ।

ৰাম কৃষ্ণ নাৰায়ণ নিৰঞ্জন নিৰাকাৰ

নিৰ্বিকাৰ নিৰাময় হৰি।

চিদানন্দ সদানন্দ পুৰুষৰ পৰমানন্দ

ভজো তুৱা চৰণত ধৰি।

হৰি ৰাম বিভু প্ৰভু অনন্ত দৈত্যাৰি।।৬৯৯

হে ৰামকৃষ্ণ, তুমি নাৰায়ণ, নিৰঞ্জন, নিৰাকাৰ, নিৰ্বিকাৰ, নিৰাময় হৰি, চিদানন্দ, সদানন্দ, পুৰুষ পৰমানন্দ, মই তোমাৰ চৰণত শৰণ লওঁ। হে হৰি ৰাম, তুমি বিভু, তুমি অনন্ত, তুমি দৈত্যাৰি। মই তোমাক ভজো।

## (৭৩) নমস্কাৰ

দীনবন্ধু ৰাম দয়াশীল দেৱ।

তুৱা পদকমলে সদায় কৰো সেৱ।।৭০০

হে দয়াশীল দেৱ, দীনবন্ধু ৰাম। তোমাৰ পদ কমলত সদায় প্ৰণাম কৰোঁ।

মোৰ প্ৰভু ৰাম কৰুণা সাগৰ।

আমি দুখিতক নছাড়িয়া দামোদৰ।।৭০১

হে প্ৰভু কৰুণাময় সাগৰ, তুমি আমি দুখিতক নেৰিবা।

মধুৰিপু ৰাম কমললোচন।

তুৱা গুণ নাম ভৱ ভয় বিমাচন।।৭০২

হে কমল লোচন, তুমি মধুৰিপু, তুমি ভৱভয়হাৰী — তোমাক নমস্কাৰ কৰো।

বন্দো মাধৱ মধুৰিপু ৰাম।
তুৱা পদকমল যুগল হৰি এ ।।৭০৩

হে মাধৱ, তোমাক আমি বন্দনা কৰো। তোমাৰ পদকমলত আমি শৰণ লওঁ।

## (৭৪) উপদেশ

পিয়ো পিয়ো পিয়ো অমিয়া মাধুৰী
হৰি নাম ৰাম ৰাম।
দূৰতে তেজিয়া থৈয়ো আন যত কাম
ৰাম ৰাম।।৭০৪

হেৰা ভাই, হৰিনাম অমিয়া মাধুৰী পান কৰি ধন্য হোৱা। অন্য কাম দূৰতে ৰাখি নিতৌ ৰাম নাম লোৱা।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই এ,
সকল নিগমে ওহি সাৰ।
সুমৰিতে হৰি বশ্য হোৱে ভাই এ,
সুখে পায় ভৱনদী পাৰ।।৭০৫

হেৰা ভাই, মুখে ৰাম কৃষ্ণ বোলা। হৰি নাম সকলো নিগমৰ সাৰ। হৰিক সোঁৱৰণ কৰিলে তেওঁ ভকতৰ বশ হয় আৰু তেওঁৰ দয়াত ভৱ নদী পাৰ হয়।

ভাল উপাই পাইলো ভাই ভাই এ,
ৰাম নাম নিগম ৰহস্য।
এক চিত্ত মনে ভাব ভাই ভাই এ,
যাৰে নাম তাকে কৰ বশ্য।।৭০৬

ৰাম নাম নিগম ৰহস্য। এই নাম লৈ ভৱ সংসাৰ তৰা। ভগৱান আপোনাৰ ভকতৰ বশ্য হয় — তেওঁৰ নাম লৈ তেওঁকে বশ কৰা।

ৰাম কৃষ্ণ বুলিয়ো মুখে।
হৰি পদ মন মজায়ো সুখে।।৭০৭

ৰামকৃষ্ণ বুলি কৈ তেওঁৰ চৰণত শৰণ লোৱা।

ৰাম বুলি ফুৰ বাহু আছাড়ি।

কপটৰ মোট পেলায়ো ফাড়ি।।৭০৮

কপট ভাব ত্যাগ কৰি ৰাম বুলি শিৰ উচ্চ কৰি চল মন ভাই।

ভজ ভগৱন্ত ভকতি ভাবে।

নাম লৈয়া গতি পতিতো পাৱে।।৭০৯

ভক্তি ভাবেৰে ভগৱানক ভজ। তেওঁৰ নাম লৈ পতিতেও তেওঁ মুক্তি পায়।

ৰাম নাম খানি ফুৰিয়ো গায়া।

কি কৰিবেক তাক হৰিৰ মায়া।।৭১০

ৰাম নাম লৈ ভগৱানক ভজা। তেনে লোকক হৰিৰ মায়াই একো কৰিব নোৱাৰে।

ৰাম নাম খানি লৈয়োক ভাটি।

হেলায়ে মাৰিয়ো যমৰ ঘাটি।।৭১১

একান্ত মনে ৰাম নাম লোৱা আৰু সহজে যমৰ দুৱাৰ পৰিহাৰ কৰা।

মুখে ৰাম নাম গাৱ।

মায়াৰ বাঝু মাৰিয়া যাৱ।।৭১২

মুখে ৰামনাম লোৱা আৰু মায়াৰ অলঙ্কাৰ পৰিহাৰ কৰা।

ৰামকৃষ্ণ নাম জপ সঘনে।

হৰিৰ চৰণ নেৰিয়ো মনে।।৭১৩

ৰামকৃষ্ণৰ নাম সঘনাই লোৱা আৰু তেওঁৰ নাম নেৰিবা।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল।

আশা সমুদ্ৰৰ মনৰ তোল।।৭১৪

ৰামকৃষ্ণৰ নামলোৱা আৰু আশা সমুদ্ৰৰ পৰা মনক পৰিত্ৰাণ কৰা।

ৰামকৃষ্ণ হৰি বুলিয়ো ঝান্তে।

মিলিবে মৰণ হাটে কি বাটে।।৭১৫

মৰণ কেতিয়া আহে কোনে জানে? ই বাটতে হয় নে হাটতে হয় কোনেও নাজানে। সেয়েহে হৰিনাম লোৱা।

(৭৫) মহিমা

হৰিত শৰণ লৈয়ো যিটো জন এ,
হৰিৰ চৰিত্ৰ শ্ৰৱণ কীৰ্তন কৰে।
দুৰ্ঘোৰ অপাৰ সংসাৰ সাগৰে এ,
সিটো মহাজনে অতি অপ্ৰয়াসে তৰে।।৭১৬

যি হৰিত শৰণ লৈ তেওঁৰ চৰিত্ৰ শ্ৰৱণ-কীৰ্তন কৰে ; তেনে সাধুজনে অনায়াসে দুৰ্ঘোৰ পাৰহীন সংসাৰ সাগৰ পাৰ হয়।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল ভাই এ
পৰম যতনে তেজিয়া যত অন্যায়।
তোমাক মই ভাগো তুমি মোক ভাগা এ
চৈধ্যয় সাক্ষীক ভাগিবে কোনে উপায়।।৭১৭

যতবোৰ অনিয়ম অন্যায় তাক পৰিহাৰ কৰি পৰম যতনকৈ ৰামকৃষ্ণ নাম লোৱা। মই তোমাক ভাগো আৰু তুমি মোক ভাগা পাছে চৈধ্য সাক্ষীক ভাগিবৰ কোনো উপায় নাই।

ভাৰত বৰিষ ধন্য কলি যুগ
হৰি হৰি হৰি হৰি এ,
হৰি হৰি হৰি ব্ৰহ্মাৰ প্ৰাৰ্থনী নৰতনু অনুপাম।
হৰিত একান্ত শৰণ পশিয়া,
হৰি হৰি হৰি হৰি এ,
হৰি হৰি হৰি ধৰ্ম শিৰোমণি
ঘুষিয়ো হৰিৰ নাম।।৭১৮

ভাৰত বৰিষ ধন্য কলি যুগ। হৰি নামেই ইয়াত শ্ৰেষ্ঠ। নৰতনু পাবলৈ ব্ৰহ্মাৰো ইচ্ছা — এনে নৰতনু পাই ভগবান নাম লোৱা। হৰিত একান্ত চিত্তে শৰণ লৈ হৰিৰ নাম লোৱা। হৰিনাম সকলো ধৰ্ম শিৰোমণি অৰ্থাৎ শ্ৰেষ্ঠ। হেৰা ভাই, তেনে হৰিৰ নাম লোৱা।

(৭৬) আত্মা উপদেশ

বিচাৰি দেখস পামৰ মনাই এ,
ইহ পৰলোক হৰিসে সুহৃদ বন্ধু ৰাম ৰাম।

মজিয়া ৰহস সুহৃদ মনাই এ,

হৰি গুণ নাম অপাৰ আনন্দ সিন্ধু ৰাম ৰাম।।৭১৯

হেৰৌ পামৰ মন, ইহঁলোক পৰলোকত হৰিহে বন্ধু। সেয়েহে তেওঁৰ নাম লৈ, আনন্দ মনে ৰাম ৰাম বোলা। হৰিৰ নাম গুণ আনন্দৰ পাৰহীন বিশাল সমুদ্ৰ।

নিচিন্তি আছস কমন মনাই এ,

সুখৰ সাগৰ হৰিত নকৰি ৰতি ৰাম ৰাম।

আলাস তেজিয়া হৰিয়ো মনাই এ,

মৃত্যু ভয়হাৰী হৰিসে পৰম গতি ৰাম ৰাম।।৭২০

হেৰৌ মন, সুখৰ সাগৰ হৰিত ৰতি নহৈ কিয়নো নিচিন্ত হৈ আছ। এলাহ ত্যাগ কৰি মৃত্যু ভয়হাৰী হৰিক ভজা, তেওঁহে পৰম গতি।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোলৰে পামৰ মন

ভুলিয়া কমনে পাপী মৰ।

যাৰ মায়া পাশে বন্দী হুয়াছ পামৰ মন

তাই দুই চৰণত ধৰ ৰে পাপৰ মন,

ভুলিয়া কমনে পাপী মৰ।।৭২১

হেৰৌ দুষ্ট মন ৰামকৃষ্ণ নাম লৈ তাক পাহৰি মিছাতে কিয় মৰ। যাৰ মায়াৰ বন্ধনত বন্দী হৈ আছ তেওঁৰে দুই চৰণত ধৰ আৰু উদ্ধাৰ হ। এই কথা পাহৰ কিয় ?

গোবিন্দ বোল মনাই মুকুন্দ বোল মনাই।

ব্ৰহ্মা হৰে যাত শৰণ পশয় আনৰ কোন বড়াই।।৭২২

হেৰৌ মন গোবিন্দ মুকুন্দ বোল। যাক ব্ৰহ্মা হৰেও শৰণ লয় তাত অন্যৰ কি অসুবিধা আছে।

বিষয় বিকলে নমৰ মন।

সদায়ে চিন্তিয়ো হৰি চৰণ।।৭২৩

হেৰৌ মন, কেৱল বিষয় সুখত নমৰ। নিতৌ হৰিৰ চৰণ চিন্তা কৰ।

নিগম নিগূঢ় হৰিৰ নাম।

নলৈয়া মন কৰ কোন কাম।।৭২৪

সকলো নিগমৰ মূল হ'ল হৰিৰ নাম। তেনে নাম নলৈ কি কামনো কৰ।

ভৱ সিন্ধু হেতু হৰিৰ চৰণ।

যম কাল মায়া দুখ তৰণ।।৭২৫

ভৱ সাগৰৰ সেতু বা দলং হ'ল হৰিৰ চৰণ। তেওঁৰ পদ যুগল হ'ল মন কাল আৰু দুখৰ পৰা পৰিত্ৰাণ কৰিব পৰা কাৰক।

কপট আচাৰ তেজিয়া মন।

কেৱলে ভজিয়োা হৰিৰ চৰণ।।৭২৬

কপট ভাৱনা ত্যাগ কৰি কেৱল হৰিৰ চৰণ ভজা।

কৈটৱ তেজিয়া ভজিয়ো হৰি।

তেবেসে হৰি লৈবে দাস কৰি।।৭২৭

কৈটৱ অৰ্থাৎ কপট ত্যাগ কৰি হৰিক ভজা, তেহে হৰিয়ে তোমাক দাসৰূপে গ্ৰহণ কৰিব।

হৰিৰ আশ্ৰয় নেৰিয়ো ভাই।

ঐকান্তিক সুখ তেবেসে পাই।।৭২৮

হৰিৰ সেৱা নেৰিবা। তেওঁত আশ্ৰয় ললেহে পৰম সুখ পায়।

একান্তে হৰিত কৰিয়ো ৰতি।

হৰিসে নিজ ভকতৰ গতি।।৭২৯

একান্ত মনে হৰিত ৰতি হৈ থাকিবা। তেওঁহে ভক্তৰ গতি।

বিষয় বিকলে নমৰ মন।

হৰি মাত্ৰ সত্য বেদ প্ৰমাণ।।৭৩০

বিষয়, সুখত নমৰ। হৰিহে মাত্ৰ সত্য সনাতন — এয়ে বেদৰো বিচাৰ।

পৰম শ্ৰেয়স হৰি ভকতি।

জানি হৰি পাৱে কৰিয়ো ৰতি।।৭৩১

হৰি ভকতি পৰম শ্ৰেষ্ঠ। সেই কথা জানি তেওঁৰ চৰণত আশ্ৰয় লোৱা।

হৰি গুণ নাম কৰিয়ো সাৰ।

নিজ যশ প্ৰিয় জগ অধাৰি।।৭৩২

জগত কৰ্ত্তা আপোন যশ প্ৰিয় ভগৱান সংসাৰৰ মূল বা আধাৰ। সেয়েহে

তেওঁকে সাৰ কৰি নিতৌ তেওঁৰ নাম লোৱা।

বিধিৰ ঈশ্বৰ হৰি ভকতি।
গাৱে হৰি যশ নিৰ্মল মতি।।৭৩৩

বিধিৰ ঈশ্বৰ হৰি ভকতি নিৰ্মল জলে, হৰিৰ গুণানুকীৰ্ত্তন কৰে। লৈয়ো একমাত্ৰ সাধু সঙ্গতি।
তেবেসে নিৰ্মল হৈব ভকতি।।৭৩৪

একমাত্ৰ সাধুৰ সঙ্গ ল'বা, তেহে ভক্তি নিৰ্মল হ'ব — একান্ত হ'ব।

যাৱত কৈতৱ নেৰস মন।
তাৱত নেপাইবি হৰি চৰণ।।৭৩৫

যেতিয়ালৈকে কৈটব বা কপট মন নেৰিবা তেতিয়া লৈকে হৰিৰ চৰণ নোপোৱা।

কৈটৱ অসত্য জান ভাল কৰি।
ভজিয়ো হৰিক কৈটৱ এৰি।।৭৩৬

কৈটৱ অৰ্থাৎ ফাঁকি বা কপট অসত্য বুলি জানাই। সেয়ে তাক পৰিহাৰ কৰি হৰিৰ নাম লোৱা।

হৰিত বিনাই সবে কৈটৱ।
ভজ হৰি পাৱে কৰি উৎসৱ।।৭৩৭

হৰিত বাদে সকলো কৈটৱ অৰ্থাৎ মিছা। সেয়েহে আনন্দমনে হৰিৰ চৰণত আশ্ৰয় লোৱা।

ক্ষণিক জীৱন জানি মনাই।
তৰিয়ো সুখে হৰি গুণ গাই।।৭৩৮

জীৱন তেনেই ক্ষণিক। হৰি গুণ গাই পৰিত্ৰাণ পোৱা।

দুৰ্ঘোৰ সংসাৰ নিকাৰ জানি।
নেৰিবি মুখে সদা হৰি বাণী।।৭৩৯

এই সংসাৰ দুৰ্ঘোৰ যাতনাময়। সেয়েহে হৰিৰ বাণী নেৰিবা।

তেৱেসে হৰিৰ পাইবা আশ্ৰয়।
ভজিয়ো হৰি তেজি লাজ ভয়।।৭৪০

তেতিয়াহে হৰিৰ আশ্রয় পাবা। লাজ মান কাটি কৰি হৰিক ভজা।

নিৰ্গুণ হৰিৰ গুণক গায়া।

পৰমানন্দ পায় তেজিয়া মায়া।। ৭৪১

নিৰ্গুণ কৃষ্ণৰ গুণ কীৰ্তন কৰি পৰম আনন্দ লাভ হয়। হৰিৰ মায়া ছেদ কৰি হৰিৰ নাম লোৱা।

হৰি গুণনাম নিগম তত্ত্ব।

মুকুত সবৰো মুখ্য সম্মতি।।৭৪২

বেদৰ বিচাৰ হৰিৰ গুণনাম লোৱাটো উত্তম। সেয়ে সাধুজনৰো মত।

জানি হৰি পদে নেৰিয়ো আশ।

কহে মূঢ়মতি মাধৱ দাস।।৭৪৩

সেই কথা জানি হৰিৰ চৰণ নেৰিবা। মূৰুখ মতি মাধৱে এই কথা কৈছে।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ বোল মন ভাই।।

হেৰা ভাই, ৰামনাম নিৰন্তৰ লোৱা।

হৰিও সন্তোষ হয় গুচয় সংসাৰ ভয়।

হৰি পদ সেৱা সুখ পায় হৰি নাম।।৭৪৪

ৰাম নাম ল'লে হৰিও সন্তোষ হয়, সংসাৰ ভয় গুচে আৰু সুখ প্ৰাপ্তি হয়।

## (৭৭) নিন্দা

হৰি নামৰ কীৰ্তন সুখ।

নজানে যিজন হৰি বিমুখ।।৭৪৫

যি হৰিৰ বিমুখ নহয় অৰ্থাৎ হৰিত আশ্রয় লয় তেওঁ হৰি নামৰ কীৰ্তনৰ সুখ অনুভৱ হয়।

নকৰে কীৰ্তন সিটো পামৰ।

সিজন অধীন ভৈল যমৰ।।৭৪৬

যি পামৰে হৰিৰ কীৰ্তন নকৰে তেওঁ নিশ্চয়কৈ যমৰ আলহী হয়।

হৰি গুণ নলৱে মুখে।

যমৰ যাতনা ভুঞ্জিবে দুখে।।৭৪৭

হৰিৰ নাম নল'লে যমৰ যাতনা ভোগ কৰিব।

নকৰে কীৰ্ত্তন হৰি নামৰ।
কি কাৰ্য্য মনুষ্য ভৈল পামৰ।।৭৪৮

হৰি নাম নলৈ কি কামতনো নৰ অধম হয়।

হৰি কীৰ্ত্তন নকৰে ৰতি।
পশুতো অধম সিটো কুমতি।।৭৪৯

যাৰ হৰি কীৰ্ত্তনলৈ মতি নহয় তেনে দুৰাচাৰীজন পশুতকৈও অধম।

নুফুৰে সদা হৰি গুণ গায়া।
জানিবা মুহিলে হৰিৰ মায়া।।৭৫০

যি নিতৌ হৰিৰ নাম নলয় নিশ্চয়কৈ জানিবা তেওঁ হৰিৰ মায়াৰ জালত বন্দী।

হৰি কীৰ্ত্তনত নেদিল চিত্ত।
সিটো ভাগ্য শূন্য ভৈল বঞ্চিত।।৭৫১

যি হৰিৰ কীৰ্ত্তনত মন কাণ নিদিয়ে তেওঁ হৰি সেৱাৰ পৰা বঞ্চিত হয়।

## (৭৮) আত্ম-নিন্দা

তুমি প্ৰাণ প্ৰিয়জন সুহৃদ পৰম দেৱ
প্ৰাণ প্ৰভু পীতাম্বৰ এ
তুমিসে কেৱলে আত্মা মোৰ
হৰি হৰি তুমিসে পৰম আত্মা মোৰ।
তোমাক নজানি জড় মিছা শৰীৰক মই
প্ৰাণ প্ৰভু পীতাম্বৰ এ
আত্মা বুলি ভৈলো সেৱা-চোৰ
প্ৰাণ বন্ধু কিনো মই অজ্ঞানী দুৰ্ঘোৰ হৰি এ।।৭৫২

হে প্ৰভু, তুমি মোৰ প্ৰাণ, সুহৃদ পৰম বান্ধৱ, তুমিহে মোৰ আত্মা। তোমাক নাজানি মিছা মাটিৰ শৰীৰক আত্মা বুলি তোমাৰ নামলৈ হেলা কৰিলে। মই অজ্ঞানী হে প্ৰাণ বন্ধু — মোক উদ্ধাৰ কৰা।

## (৮০) খেদ

দুৰ্বাৰ দুঃ সঙ্গ দুৰ্বাসনা দুষ্ট
হৰি হৰি হৰি হৰি এ
অনাদি অবিদ্যা আপুনি ভৈলো মোহিত।
অনাত্মা দেহক আত্মা বুদ্ধি কৰি
হৰি হৰি হৰি হৰি এ
তুমি পৰমাত্মা ঈশ্বৰে ভৈলো বঞ্চিত।।৭৫৩

হে হৰি আমি অবিদ্যাত মোহিত হৈ মহা দুষ্ট হ'লো। অনাত্মা দেহকে আত্মা জ্ঞান কৰি তোমাৰ আশ্ৰয়ৰ পৰা বঞ্চিত হ'লো।

অত্যান্তিক সুখ তযু পদ সেৱা
হৰি হৰি হৰি হৰি এ
সেৱা পৰিহৰি সি সুখ ভৈলো বঞ্চিত।
মায়াময় ঘোৰ সংসাৰ নিকাৰ
হৰি হৰি হৰি হৰি এ
তাকে সুখ মানি মগ্ন ভৈল মোৰ চিত্ত।। ৭৫৪

হে প্ৰভু, তোমাৰ সেৱা পৰিহাৰ কৰি আমি পৰম সুখৰ পৰা বঞ্চিত হ'লো। মায়া ঘোৰ সংসাৰৰ দুখ যাতনাকে সুখ বুলি ভাবি, তোমাৰ নাম নলৈ তাতে মগ্ন হ'লো।

তুমি শুদ্ধ বুদ্ধ নিৰ্মল নিৰ্গুণ দেৱ
মোৰ প্ৰভু নাৰায়ণ এ
স্বৰূপ আনন্দে সদা সুখী
হৰি হৰি তুমি নিজা নন্দে সদা সুখী।

তুমি শুদ্ধ, জ্ঞানবন্ত নিৰ্মল, নিৰ্গুণ পৰম দেৱতা, তুমি তোমাতে সদায় আনন্দিত।

আমি মূঢ়মতি ঘোৰ অবিদ্যা সাগৰে মজি
মোৰ প্ৰভু নাৰায়ণ এ
তোমাক নজানি ভৈলো দুখী
হৰি হৰি স্বৰূপ নজানি ভৈলো দুখী হৰি এ।।৭৫৫

হে প্ৰভু আমি মূৰখ। অবিদ্যাত মজি তোমাৰ স্বৰূপ নজানি আমি আপোনা আপুনি দুখী বা অসুখী হ'লো।

অখণ্ডিত সদা শুদ্ধ চৈতন্যশক্তিৰ বলে
মোৰ প্ৰভু নাৰায়ণ এ
তুমি দূৰ কৰি আছা মায়া
হৰি হৰি তোমাৰ নিকটে নাহি মায়া
তোমাক নভজো পদে মায়ায়ে মুহিলে মোক
মোৰ প্ৰভু নাৰায়ণ এ
আবে কৃপাময় কৰা দায়া
হৰি হৰি মায়াক নিগৰি কৰা দয়া হৰি এ ।। ৭৫৬

হে প্ৰভু তুমি অখন্দিত চৈতন্য শক্তিৰ বল। তুমি আমাক মায়াৰ পৰা ৰক্ষা কৰি আছা। হে প্ৰভু তোমাৰ ওচৰত কোনো মায়া নাই, তোমাক নভজি, মায়া মোহত ভোল গ'লো, হে প্ৰভু দয়া কৰি আমাক মায়াৰ জালৰ পৰা উদ্ধাৰি ৰক্ষা কৰা।

দৈৱকী নন্দন দেৱ দৈৱকী নন্দন দেৱ
দীন বন্ধু দামোদৰ এ
হৰি হৰি চৰণে উদ্ধাৰ কৰা মোক
প্ৰাণ বন্ধু ইবাৰ নেৰিবা মোক।।

হে দৈৱকীৰ নন্দন কৃষ্ণ, তুমি দীনজনৰ বন্ধু। তোমাৰ চৰণে মোক উদ্ধাৰ কৰা এই বাৰ মোক নেৰিবা প্ৰভু।

ভকতি মিনতি স্তুতি প্ৰণতি নজানো মই
দীন বন্ধু দামোদৰ এ
হৰি হৰি আবে মোৰ কোন গতিহোক
প্ৰাণ বন্ধু মোৰ মন তোমাত ৰহোক হৰি এ।।৭৫৭

হে দীন বন্ধু, তোমাক মই ভক্তি বা মিনতি কৰিব নাজানো। তুমি বিনে মোৰ কি গতি হ'ব — হে হৰি প্ৰাণ বন্ধু মোৰ মন যেন তোমাতে নিতৌ মজি থাকে।

হে কৃষ্ণ তুমি নিজ আত্মা প্ৰিয়তম গুৰু

মোৰ প্ৰভু নাৰায়ণ এ
পৰম ঈশ্বৰ ভয়হাৰী
হৰি হৰি তুমি ইষ্টদেৱ ভয়হাৰী।

হে প্ৰভু তুমি নিজ আত্মা, গুৰু, পৰম ঈশ্বৰ ভয়হাৰী। হে ইষ্টদেৱ তোমাক নমস্কাৰ।

এতেকে জানিয়া তযু চৰণে শৰণ লৈলো
মোৰ প্ৰভু নাৰায়ণ এ
নছাৰিবা ইবাৰ মুৰাৰি
হৰি হৰি লৈয়ো মোক মায়াক নিবাৰি হৰি এঁ।।৭৫৮

তোমাৰ চৰণত মই শৰণ ল'লো। হে প্ৰভু নাৰায়ণ, মায়াৰ পৰা মুক্তি দি মোক আশ্ৰয় দিয়া — ইবাৰ নেৰিবা।

মনুষ্য যোনিৰ কৰ্মে নিঃশেষ যোনিত ফুৰি
দীন বন্ধু দামোদৰ এ
হৰি হৰি বাৰে বাৰে ভুঞ্জিলো অপাৰ
দীন বন্ধু কতবা ভুঞ্জিলো নাহি পাৰ।

হে দামোদৰ মনিষ যোনিত কৰ্ম ফলত নিকৃষ্ট যোনিত ফুৰি বাৰে বাৰে সংসাৰ নিকাৰ ভুঞ্জিলো। কতবাৰ এই দশা হ'ল তাৰ পাৰাপাৰ নাই।

ইবেলি তোমাৰ দুই চৰণে শৰণ লৈলো
দীন বন্ধু দামোদৰ এ
হৰি হৰি নকৰিবা মোক পৰিহৰি
প্ৰাণ বন্ধু চৰণত ৰাখিও ইবাৰ হৰি এ।।৭৫৯

এইবাৰ তোমাৰ দুই চৰণত শৰণ পশিলো। হে হৰি মোক ত্যাগ নকৰিবা। তোমাৰ চৰণত মোক আশ্ৰয় দিয়া।

পুনু পুনু নৰতনু লভিয়া তোমাক তেজি
দীন বন্ধু দামোদৰ এ
হৰি হৰি সংসাৰে ভ্ৰমিলো অসংখ্যাত
দীনবন্ধু কতবা কৰিলো আয়াযাত।

পুনঃ পুনঃ নৱ জীৱন লাভ কৰি এই সংসাৰত সহস্ৰবাৰ ভ্ৰমিলো। হে হৰি দামোদৰ এই যাতায়তৰ সীমা সংখ্যা নাই।

ইবেলি করুণাময় তোমাৰ কিঙ্কৰ ভৈলো
দীন বন্ধু দামোদৰ এ
হৰি হৰি ৰতি মোৰ ৰহোক তোমাত
প্ৰাণ বন্ধু চৰণত কৰো প্ৰণিপাত হৰি এ।।৭৬০

হে প্ৰভু, এই বেলি তোমাৰ দাস হ'লো — মোৰ ৰতি যেন সদায় তোমাতে ৰয়। হে প্ৰাণ বন্ধু, তোমাৰ চৰণত মই প্ৰণিপাত কৰো।

মাধৱ মুকুন্দ মুৰাৰি কি গতি হুইল আমাৰ
মায়াৰ ৰচনা আশা নদী মাজে
মজিয়া নপাইলো পাৰ।।৭৬১

হে মুকুন্দ মাধৱ, আমাৰ কি গতি হ'ল! মায়াৰ সাগৰত মজি পাৰ নোপোৱা হ'লো।

## (৮১) মহিমা

ৰাম নামেসে অমিয়া জুৰে।
ভকত জনৰ মনোৰথ পূৰে।।৭৬২

ৰাম নামেহে হৃদয় শাঁত কৰে আৰু ভকতৰ মনোবাঞ্ছা পূৰণ কৰে।

ভাল ভৰসা পায়া আছ হৰি করুণাময়
ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ।
ৰাম বুলিতে পাপী তৰে হৰি করুণাময়
সকলো আপদ হোৱে দূৰ।।৭৬৩

হে ৰাম কৃষ্ণ কৃপাৰ ঠাকুৰ, তোমাত মই সু ভৰসা পাই আছো। ৰাম বুলিলে পাপীও তৰে। হে হৰি করুণাময় তোমাৰ নাম ল'লে সকলো আপদ দূৰ হয়।

ভকত সবে ৰাম নাম গাৱে
কাল মায়া ভৰে তৰ তৰাৱে।।৭৬৪

ভকত সকলে ৰাম নাম লয় আৰু তাকে শুনি কাল মায়া থৰ থৰি কঁপে।

## (৮২) কাৰুণ্য

জয় জগ জীৱ মোৰে প্ৰাণ
মোৰ প্ৰাণ ধন বান্ধৱ মুৰাৰি।
শ্ৰৱণ আনন্দে শুনিছো গোবিন্দ
তুমি দীন দুখহাৰী।।৭৬৫

হে জগতৰ নাথ তুমি মোৰ প্ৰাণ, প্ৰাণধন বান্ধৱ। শ্ৰৱণ আনন্দত শুনিছো, অনুভৱ কৰিছো তুমি দীন দুখহাৰী।

মোৰ জীৱধন গোপীনাথ
প্ৰাণ গোপীনাথ পশিলো শৰণে।
মোৰ প্ৰাণ মন মজিয়া ৰহোক
তোমাৰ চৰণে।।৭৬৬

হে গোপীনাথ, তুমি মোৰ জীৱনধন, মোৰ প্ৰাণ — তোমাৰ চৰণত মই শৰণ পশিলো। মোৰ মন প্ৰাণ যেন তোমাতে মজি থাকে।

দুগুটি অক্ষৰ ৰাম নাম
শ্ৰীৰাম নাম অমিয়া মাধুৰী ঝুৰে।
অতি সুকোমল পৰম মঙ্গল
সৱে মনোৰথ পূৰে।।৭৬৭

দুটো অক্ষৰৰ সমন্বয় ৰাম আৰু ৰাম নামত অমিয়া মাধুৰী বই যায়। অতি সুকোমল পৰম মঙ্গল ৰাম, তেওঁ সকলো মনোবাঞ্ছা পূৰণ কৰে।

জয় জয় নিত্য নিৰঞ্জন
নিত্য নিৰঞ্জন দেৱ শিৱ সনাতন
পৰম অভয় তোমাৰ চৰণ
তাপ তিনি বিনাশন।।৭৬৮

হে নিত্য নিৰঞ্জন, তুমি শিৱ সনাতন, পৰম অভয়কাৰী তোমাৰ চৰণ, তুমি ত্ৰিতাপ বিনাশকাৰী।

দায়াশীল দেৱ দামোদৰ তুমি দীনজন বন্ধু
পতিত পাৱন তুমি কৃপাময়

কেৱলে করুণা সিন্ধু।।৭৬৯

হে হৰি তুমি দীনবন্ধু, দয়াশীল দেৱ দামোদৰ। তুমি পতিত পাৱন, কৃপালু তুমি করুণাৰ সাগৰ।

হৰি হৰি হৰি হৰি এ হৰি হৰি হৰি
তুমি কৃপাময় দীন দুখ বিনাশন।
ভৃত্য ভয়হাৰী জানিয়া তোমাৰ
চৰণে লৈলো শৰণ।।৭৭০

হে হৰি তুমি কৃপাময়, দুখ হৰণকাৰী, দাসৰ ভয়হাৰী, তোমাৰ চৰণত আমি শৰণ পশিলো।

হে কৃষ্ণ দয়াশীল দয়া নছাৰিবা মোক
অজ্ঞান তিনিৰ পশিয়া বিজ্ঞান
প্ৰদীপ প্ৰভু দিয়োক।।৭৭১

হে কৃষ্ণ দয়াশীল, মোক দয়াৰ পৰা বঞ্চিত নকৰিবা। অজ্ঞান আন্ধাৰ নাশি আমাক জ্ঞানৰ প্ৰদীপ দান কৰা প্ৰভু।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভু ৰাম
ৰাম কৃষ্ণ ৰাম কৃষ্ণ অগতিৰ গতি।
অচিন্ত্য অনন্ত সুখৰ সাগৰ
কৃষ্ণ পদ ভকতি।।৭৭২

হে প্ৰভু, তুমি অগতিৰ গতি। তুমি অচিন্ত্য, অনন্ত, সুখৰ সাগৰ। তোমাৰ পদত আমাৰ নমস্কাৰ।

হে প্ৰাণ কৃষ্ণ দেৱ
প্ৰাণ কৃষ্ণ দেৱ দীনক কৰিয়ো দায়া
পৰম তাপিতে মাগোহো তোমাৰ
শীতল চৰণ ছায়া।।৭৭৩

হে কৃষ্ণ, তুমি দীন দুখিতক দয়া কৰা। আমি সংসাৰ তাপত দগ্ধ, তোমাৰ শীতল ছাঁ দি আমাক দয়া কৰা।

প্ৰাণ প্ৰিয়তম যদুদেৱ দিয়ো মোক ত্ৰাহি দান।।
কৰায়ো তোমাৰ চৰণ সেৱাৰ

সন্তোষ অমিয়া পান।।৭৭৪

হে প্ৰভু প্ৰাণ প্ৰিয়জন, মোক অভয় দান দিয়া। তোমাৰ চৰণ সেৱা কৰি মই যেন অমিয়া পান কৰিব পাৰো।

নমো ৰাম কৃষ্ণ সদাশিৱ
সদাশিৱ কৃষ্ণ তুমি জগতৰ পতি।
অপায় ৰহিত মাগোহো ভকতি
চৰণে কৰো প্ৰণতি।।৭৭৫

হে কৃষ্ণ সদাশিৱ তোমাক নমস্কাৰ। বিঘিনীহীন ভক্তি দি আমাক তোমাৰ চৰণত আশ্ৰয় দিয়া।

জগত গুৰু নাৰায়ণ জগত গুৰু নাৰায়ণ।
হৰি ও হৰি ৰাম কৃষ্ণ ৰাম।।৭৭৬

হে নাৰায়ণ তুমি জগত গুৰু, তুমি হৰি, তুমি ৰাম।

ৰাম কৃষ্ণ নিৰঞ্জন ৰাম কৃষ্ণ নিৰঞ্জন
দীনবন্ধু নাৰায়ণ এ
তুমিতো প্ৰভু অগতিৰ গতি।।৭৭৭

হে ৰামকৃষ্ণ, তুমি নিৰঞ্জন, দীনবন্ধু, নাৰায়ণ, তুমি, অগতিৰ গতি।

গোপীনাথ গোপীনাথ মোৰে কমলাকান্ত
মোৰ প্ৰভু ৰাম নাৰায়ণ।
অভয় চৰণ পাই পশিলো শৰণ।।৭৭৮

হে গোপীনাথ, কমলাকান্ত, তুমি মোৰ প্ৰভু নাৰায়ণ, তোমাৰ অভয় চৰণত শৰণ পশিলো।

অনাদি অনন্ত হৰি এ জীৱন বন্ধু
ৰাম কৃষ্ণ কৰুণা সাগৰ।
অনাথৰ নাথ দয়াশীল দামোদৰ।।৭৭৯

অনাদি অনন্ত হে হৰি, তুমি অনাথৰ নাথ, কৰুণাৰ সাগৰ, দয়াশীল দামোদৰ।

পৰম পুৰুষ হৰি এ পৰমানন্দ
পৰম কাৰণ নাৰায়ণ।

ভকতৰ ধন তযু অৰুণ চৰণ

অনন্ত অচ্যুত সদাশিৱ সনাতন।।৭৮০

হে পৰম পুৰুষ পৰমানন্দ সৰ্ব সৃষ্টি কাৰণ, তোমাৰ চৰণ ভকতৰ ধন, তুমি অনন্ত অচ্যুত সদাশিৱ সনাতন।

জয়তি জগত গুৰু এ গুণৰ নিধি

নিত্য নিৰঞ্জন নিৰাকাৰ।

তোমাৰ চৰণে সদা শৰণ আমাৰ।।৭৮১

হে জগত গুৰু, তুমি গুণৰ নিধি, নিত্য নিৰঞ্জন, নিৰাকাৰ, তোমাৰ চৰণত নিতৌ আমি শৰণ লওঁ।

দৈৱকী নন্দন প্ৰভু এ পৰম গুৰু।

দায়াশীল দেৱ নিৰঞ্জন।

তুৱা পদ কমলে মজোক মোৰ মন।।৭৮২

দৈৱকী নন্দন, হে পৰম গুৰু, তুমি দয়াশীল দেৱ নিৰঞ্জন। তোমাৰ পদ কমলত মোৰ মন সদায় নিবিষ্ট থাকে যেন।

জগত জীৱন যদু এ যাদৱানন্দ

জগত কাৰণ যদুপতি।

তুমিসে কেৱল নিজ ভকতৰ গতি।।৭৮৩

হে যদুপতি, তুমি জগত জীৱন, জগতৰ কাৰণ তুমিহে কেৱল ভকতৰ গতি।

ভকত বৎসল প্ৰভু এ ভকত বন্ধু

ভকত ৰঞ্জন ভয়হাৰী।

ভকতৰ নিজ গতি তুমিসে মুৰাৰি।।৭৮৪

ভকত দয়ালু ও বন্ধু, ভকত ভয়হাৰী আৰু ভকতৰ মঙ্গলময় হৰি তেওঁ অগতিৰ গতি।

পতিত জনৰ গতি এ জগত পতি

পতিত পাৱন ভগৱন্ত।

পৰম ঈশ্বৰ দেৱ অনাদি অনন্ত।।৭৮৫

হে জগতৰ পতি, তুমি পতিত জনৰ গতি, পতিত পাৱন। তুমি পৰম

ঈশ্বৰ অনাদি অনন্ত।

## (৮৩) তাৎপৰ্য

করুণাময় ৰাম করুণাময়
কৰিয়ো কৃপা যেন উচিত হয়। ৭৮৬

হে করুণাময়, যেনে দৰে তুমি উচিত বুলি ভাবা সেইদৰে আমাক কৃপা কৰা।

তুমিসে ৰাম কৃপা ৰসৰ নিধি।
তোমাৰ কৃপা বিনে নাহিকে সিদ্ধি।।৭৮৭

হে প্রভু দয়াৰ সাগৰ তুমি ৰসৰ নিধি। তোমাৰ দয়াৰ বিহনে একো সিদ্ধি নহয়।

তোমাৰ কৃপাকেসে কৰিছো আশা।
অৰুণ পদ তলে দিয়োক বাস।।৭৮৮

হে হৰি, তোমাৰ দয়াহে আশা কৰিছো। তোমাৰ অৰুণ চৰণৰ তলত আশ্রয় দিয়া।

সহজে তুমি ৰাম করুণা সিন্ধু।
তোমাৰ কৃপা বিনে নাহিকে বন্ধু।।৭৮৯

করুণাৰ সাগৰ তুমি হে ৰাম তেনেই সহজ। তোমাৰ দয়াৰ বিহনে কোনো বন্ধু নাই।

তোমাৰ কৃপালেশে আমাৰ গতি।
কহয় মাধৱ মূৰখ মতি।।৭৯০

হে প্রভু, তোমাৰ কৃপাতহে আমাৰ গতি। মূৰখ মাধৱে এই কথাকে কয়।

## (৮৪) কাকুতি

কিমতে ভকতি কৰিবো তোমাত হৰি এ
মই মূঢ়মতি নজানো তাৰ উপায় ৰাম ৰাম।
মহা বলৱন্ত দুৰ্বাসনা ঘোৰ হৰি এ
আমাৰ মনক তেজিয়া দুৰ নাযায় ৰাম ৰাম।।৭৯১

মই মূঢ়মতি তোমাকনো কেনেকৈ পূজিব লাগে তাক মই নাজানো প্ৰভু। ঘোৰ দুৰ্বাসিনা মনৰ পৰা এৰাই নাযায়। হে ৰাম তুমি আমাক উদ্ধাৰ কৰা।

তোমাৰ মায়ায়ে মন মুহি আছে হৰি এ
অজ্ঞান আন্ধাৰে পৰিয়া পাৰ নপাওঁ ৰাম ৰাম।
অভয় চৰণে শৰণ পশিলো হৰি এ
তুৱা গুণনাম ভকতি প্ৰদীপ চাওঁ ৰাম ৰাম।।৭৯২

তোমাৰ মায়াত আমাৰ মন মুহি থৈছে। অজ্ঞান আন্ধাৰত পৰি পাৰ নাপাওঁ। তোমাৰ অভয় চৰণত শৰণ পশিলো। তোমাৰ গুণনাম ভক্তি প্ৰদান কৰা।

ভকতি মিনতি প্ৰণতি নজানো হৰি এ
মোত পৰে জ্ঞান শূণ্য হীনমতি নাই, ৰাম ৰাম।
তুমি প্ৰভু কৃপা ৰসৰ সাগৰ হৰি এ
দিয়া মোক তুৱা পদ ছাঁয়া তলে ঠাই ৰাম ৰাম।।৭৯৩

হে প্ৰভু, মোৰ দৰে জ্ঞান শূন্য নাই। মই তোমাক ভকতি মিনতি একো কৰিব নাজানো। তুমি মোৰ কৃপা ৰসৰ সাগৰ। তোমাৰ পদ ছায়া দি আমাক ধন্য কৰা।

হৰি এ কৰুণা সিন্ধু জীৱন বন্ধু
গতি মতি তুমি নাৰায়ণ।
তুৱা গুণনাম ভকতৰ মহাধন।।৭৯৪

হে হৰি কৰুণাৰ সাগৰ, তুমি মোৰ বন্ধু গতি মতি সকলো। হে নাৰায়ণ, তোমাৰ নাম ভকতৰ অমূল্য ধন।

পতিত বুলিয়া মোক হৰি হৰি এ ৰাম
তেজিতে নপৰা নাৰায়ণ।
পৰম কৰুণা গুণে হৰি হৰি এ ৰাম
নাম ধৰিছা পতিত পাৱন।।৭৯৫

হে প্ৰভু, পতিত বুলি মোক ত্যাগ নকৰিবা। তোমাৰ কৰুণাৰ গুণৰে, তুমিতো পতিত পাৱন নাম লৈছাই — মোক ৰক্ষা কৰা

দয়াৰ ঠাকুৰ হুয়া কেনে নকৰয়।
ৰামকৃষ্ণ নাৰায়ণ দীন দয়াৰাম।।৭৯৬

হে দয়াৰাম ৰামকৃষ্ণ নাৰায়ণ। দয়াৰ ঠাকুৰ হৈয়ো তুমি দয়া নকৰা কিয়।

মোকে কৃপা কৰা হৰি এ
দান্তে ধৰো তৃণ মাথে ধৰো তৃণ।
তুমি কৃপাময় নজানো এত দিন।।৭৯৭

হে প্ৰভু, কাবৌ কোকালি কৰি দান্তে-মাথে তৃণ ধৰি তোমাক প্ৰাৰ্থনা জনাওঁ। তোমাক অতদিন মই নিচিনিলো। মোক, দয়া কৰা প্ৰভু।

মোকে কৃপা কৰা এ ঐ বন্ধু ৰাম প্ৰাণ বন্ধু ৰাম।
নেৰোক মুখে ৰাম কৃষ্ণ নাম।।৭৯৮

হে প্ৰাণ বন্ধু ৰাম, মোক দয়া কৰা। মই যেন ৰাম কৃষ্ণ নাম লবলৈ নাপাহৰো।

পতিত পাৱন বুলি নাৰায়ণ এ
পৰম পতিতে ডাকয় আতুৰ হৈয়া।
তযু বেদ বাণী আমি আছো শুনি এ
মহা মহা পাপী তৰে তযু নাম লৈয়া।।৭৯৯

হে প্ৰভু, মই পতিত, তুমি যিহেতুকে পতিত পাৱন, কাতৰকৈ তোমাক মাতো। তোমাৰ বেদবাণী আমি শুনি আছো যে মহা মহা পাপীও তোমাৰ নাম লৈ তৰে। হে প্ৰভু আমাকো তুমি উদ্ধাৰ কৰা।

তুৱা গুণ নাম অমৃত আশায় এ
তোমাৰ চৰণে বিকা গৈলো মূঢ়মতি।
চৰণত ধৰো কাতৰ কৰো এ
মই অনাথক নছাৰিবা যদুপতি।।৮০০

হে প্ৰভু তোমাৰ অমৃত গুণৰ নামৰ আশাত আমি তোমাত বিক্ৰী গ'লো। তোমাৰ চৰণত ধৰি কাতৰকৈ প্ৰাৰ্থনা কৰো, হে স্বামী যদুপতি তুমি আমাক ত্যাগ নকৰিবা।

তোমাৰ সেৱক ভৈলো নাৰায়ণ এ

নিশ্চয় তোমাৰ দিবাক লাগে প্ৰসাদ।
নিজ ভৃত্য কৰি লৈয়ো গোপী নাথ এ
তযু কৃপা যাৰ মিলয় কোন প্ৰমাদ।।৮০১

হে প্ৰভু মই তোমাৰ সেৱক হ'লো। তুমি মোক নিশ্চয়কৈ তোমাৰ প্ৰসাদ দিবা। নিজৰ ভৃত্য ৰূপে গ্ৰহণ কৰি, হে গোপীনাথ, আমাৰ পৰম স্বামী, দয়া কৰি তোমাৰ কৃপায়ে আমাক তোমাৰ চৰণত আশ্ৰয় দিবা। তোমাৰ আশীষ নেপালে কিয়েইবা অসুবিধা বা বিপদ থাকে।

হে দয়াশীল দেৱ দামোদৰ এ
তোমাৰ চৰণে বোলোহো কাকুতিবাণী।
মোক দাস কৰি লৈলে হৰি এ
কহিয়ো কৃপাল কি হয় তোমাৰ হানি।।৮০২

হে দয়াশীল দামোদৰ তোমাৰ চৰণত পৰি মই কাকুতি কৰো। মোক দাস কৰি ল'লেনো তোমাৰ কি হানি হ'ব — অঘিণকৈ মোক আশ্ৰয় দিবা।

পৰম কৃপাল হৈয়ো যদুপতি এ
কোন অপৰাধে মোক ভৃত্য পৰিহৰা।
শাস্ত্ৰতো প্ৰসিদ্ধ অজ্ঞানতো হৰি এ
যিটো নাম লবে তাকে মোৰ বুলি ধৰা।।৮০৩

হে যদুপতি দয়াৰ সাগৰ কি অপৰাধৰ বাবেনো মোক ভৃত্যৰ পৰাও পৰিহাৰ কৰা। অজ্ঞানতে কোনোবাই তোমাৰ নাম ল'লে তেওঁকো তুমি তুলি ধৰা। কিন্তু মোৰ বেলিকা যি শাস্ত্ৰইও কয় তেওঁকনো ভৃত্য ৰূপে গ্ৰহণ নকৰা কিয়।

জ্ঞান শূণ্য আতি পশু পক্ষী জাতি এ
তাকো অনুগ্ৰহ কৰি আছা কৃপাময়।।
তাকে জানি হৰি শৰণে পশিলো এ
আমাক তোমাৰ তেজিতে উচিত নয়।।৮০৪

জ্ঞানশূন্য পশু পক্ষীকো তুমি অনুগ্ৰহ কৰা। তাকে জানি তোমাৰ চৰণত শৰণ পশিলোঁ — হে প্ৰভু তুমি মোক ত্যাগ নকৰিবা। তোমাৰ সেই কাম

নিশ্চয় উচিত নহয়।

তোমাৰেসে নিজ ভৃত্য ভৈলো হৰি এ
কৃপাৰ সাগৰ তুমি মোৰ নিজ স্বামী।
মই অনাহক নবঞ্চিবা হৰি এ
তযু সেৱা ৰস আশা কৰি আছো আমি।।৮০৫

হে দয়াৰ সাগৰ, তুমি মোৰ স্বামী। মই তোমাৰ দাস হ'লো। মোক সেৱাৰ পৰা বঞ্চিত নকৰা। কাৰণ তোমাৰ সেৱা ৰসৰ আশাত আমি কাল যাপন কৰিছো।

বেদৰ গুপুত বিত্ত নাৰায়ণ এ
দৈৱকীত হন্তে সাক্ষাতে ভৈলা বিদিত।
জীৱৰ তাৰণ হেতু নাৰায়ণ এ
প্ৰচাৰিলা নিজ যশ ধৰ্ম বিপৰীত।।৮০৬

বেদৰ গুপুত ধন নাৰায়ণ দৈৱকীৰ গৰ্ভত জন্ম লৈ বিদিত হ'ল। জীৱৰ ৰক্ষাৰ কাৰণে আপুনি আপোনাৰ নাম যশ প্ৰচাৰ কৰিলা। ই ধৰ্মানুসৰি আচৰণ যোগ্য যদিও নহয় তুমি দয়া কৰি ভকতৰ বাবে তাকেই কৰিলা।

ভকতৰ বশ্য হুইবাৰ শঙ্কায়ে এ
জানো মোক তুমি দাস পৰিহৰা হৰি।
ইটো শঙ্কা হৰি দূৰতে তেজিয়া এ
লৈয়োক তোমাৰ ভৃত্যৰ অধীন কৰি।।৮০৭

হে প্ৰভু, তুমি ভকতৰ দাস হোৱাৰ ভয়তে মোক পৰিহাৰ কৰিছা। সেই শঙ্কা দূৰতে পৰিহাৰ কৰি মোৰ তোমাৰ ভৃত্যৰ অধীন কৰি গ্ৰহণ কৰা।

তোমাৰ গুণৰ মহিমা দেখিয়া এ
আন যত কাম দূৰতে তেজিয়া থৈলো।
তযু পদ সেৱা ৰসক আশা এ
তোমাৰ একান্ত ভৃত্যৰ কিঙ্কৰ ভৈলো।।৮০৮

তোমাৰ গুণৰ মহিমা দেখি আন যতবোৰ নাম আছিল সিবোৰ দূৰতে আঁতৰ থলো। তোমাৰ পদ সেৱা কৰাৰ মানসেৰে তোমাৰ ভৃত্যৰ দাস হ'লো।

সহজ কৃপালু গুণক প্ৰকাশি এ

ধৰি আছা হৰি ভকত বৎসল নাম
ধেনু যেন মতে বৎসক পালয়
তুমি সেহি মতে ভকতক পালা ৰাম।।৮০৯

তোমাৰ দয়ালু গুণৰ বাবেই তুমি ভকত বৎসল — ভক্ত প্ৰিয় হ'লা। গায়ে যেনেকৈ পোৱালি পালে ঠিক তেনেকৈ তুমি ভক্তগণক পালা — তোমাৰ কৰুণাৰে উদ্ধাৰ কৰা।

আমি যত জীৱ তোমাৰ পালন
হৰি হৰি হৰি হৰি এ
তুমিসে পালিয়া ফুৰা হুয়া অন্তৰ্য্যামী।
আবে যেবে নিজ ভৃত্য বুলি পালা
হৰি হৰি হৰি হৰি এ
তেবেসে কৃপাল কৃত্যকৃত্য হওঁ আমি।।৮১০

আমি যতবোৰ প্ৰাণী আছো হে, অন্তৰ্য্যামী! তুমি সকলোটিকে পালন কৰি আছা। এতিয়া তোমাৰ দাসৰো দাস ৰূপে আমাক গ্ৰহণ কৰি বাধিত কৰা।

তুমি যাক পালা সিয়ো জন আমি
হৰি হৰি হৰি এ
সংসাৰ নিকাৰ ভুঞ্জিয়া ফুৰো বহুত।
তোমাৰ অধীন হুয়া কেনে আমি
হৰি হৰি হৰি হৰি এ
ভৈলো স্বতন্ত্ৰ ইটো কিনো অদভুত।।৮১১

তুমি যাক পালন কৰা সিয়ো আমিয়েই। সংসাৰৰ দুখ যাতনা ভুঞ্জি সংসাৰতে ঘূৰি ফুৰো। তোমাৰ চৰণত মই শৰণ লৈয়ো কিয় যে বেপৰুৱা হৈ ঘূৰো — হে প্ৰভু তাকেহে নাজানো। ই আমাৰ এক অদ্ভুত কাণ্ড।

তোমাক পৰম ঈশ্বৰ নমানি
হৰি হৰি হৰি হৰি এ
মহা অহঙ্কাৰে দ্ৰোহ আচৰিলো আমি।
আবে তযুপদে শৰণ পশিলো
হৰি হৰি হৰি হৰি এ

মই দ্ৰোহীয়াৰ দোষ ক্ষমা কৰা স্বামী।।৮১২

তোমাক পৰম ঈশ্বৰ ৰূপে নামানি মহা অহঙ্কাৰত ভোল গ'লো। সেয়েহে হে প্ৰভু তোমাৰ চৰণত শৰণ পশিলো। মই দ্ৰোহ কৰি যি ভুল কৰিলো তাকে মৰিষণ কৰি চৰণে চপাই লোৱা।

দাস হুয়া তযু সেৱা নকৰিলো
হৰি হৰি হৰি হৰি এ
ইটো ঘোৰ অপৰাধ চিকিৎসা নাই।
তুমি পুনু প্ৰভু সহজ কৃপালু
হৰি হৰি হৰি হৰি এ
শৰণ পশিলো ক্ষমিবে প্ৰভু যুৰাই।।৮১৩

তোমাৰ কৃত্য হৈ তোমাক সেৱা নকৰি ঘোৰ অপৰাধী হৈ আছো। এই অপৰাধৰ কোনো চিকিৎসা নাই। হে প্ৰভু তুমি পৰম দয়ালু। আমাক পুনৰ উদ্ধাৰ কৰা, মই তোমাৰ চৰণত শৰণ পশিলো।

মই অজ্ঞানীৰ যতেক অজ্ঞান
হৰি হৰি হৰি হৰি এ
কথা কহি কোনে সীমা কৰিবেক তাক।
ইটো মোৰ দোষ দুখ পৰিহৰি
হৰি হৰি হৰি হৰি এ
কৃপাময় কৃষ্ণৰ চৰণে ৰাখা আমাক।।৮১৪

হে প্ৰভু, মোৰ অজ্ঞানতাৰ সীমা নাই। ইয়াক কৈ অন্ত কৰিব নোৱাৰি। মোৰ এই দোষ পৰিহাৰ কৰি দয়াৰ সাগৰ মোক তোমাৰ চৰণত আশ্ৰয় দিয়া।

প্ৰিয়তম আত্মা ঈশ্বৰ দেৱতা
হৰি হৰি হৰি হৰি এ
কৃষ্ণসে সুহৃদ বান্ধৱ গুৰু আমাৰ।
কৃষ্ণ চৰণ পঙ্কজ বিনাই
হৰি হৰি হৰি হৰি এ
মই অনাথৰ গতি নাহি নাহি আৰ।।৮১৫

হে প্ৰিয়তম আত্মা, তুমি ঈশ্বৰ, তুমি বান্ধৱ, তুমি গুৰু। তোমাৰ চৰণ

কমল বিনে মই অনাথৰ গতি নাই। তোমাত শৰণ লৈ মই প্ৰণিপাত কৰো।

অচিন্ত্য অনন্ত শকতিৰ পতি
হৰি হৰি হৰি হৰি এ
তুমি কৃপাময় দেৱ অগতিৰ গতি।
তুমি সত্য সনাতন সদাশিৱ
হৰি হৰি হৰি হৰি এ
তোমাৰ চৰণে মাগোহো নিৰ্মল ৰতি।।৮১৬

হে প্ৰভু, তুমি অচিন্ত্য, অনন্ত, শক্তিৰ অধিকাৰী, তুমি দয়াময় দয়াৰ সাগৰ। তুমি সত্য সনাতন সদাশিৱ — তুমি সকলো সৰ্বময়। মই তোমাৰ চৰণত নিৰ্মল ভক্তি প্ৰাৰ্থনা কৰো।

হে হৰি মোৰ মুখে নছাড়োক
হৰি হৰি হৰি হৰি এ
পৰম নিৰ্মল তযু গুণ নাম যশ।
কৰা কৃপা কৃষ্ণ মনত মিলোক
হৰি হৰি হৰি হৰি এ
তযু পদ সেৱা পৰম অমিয়া ৰস।।৮১৭

হে প্ৰভু মোৰ মুখৰ পৰা তোমাৰ নিৰ্মল নাম গুণ কেতিয়াও যেন হেৰাই নাযায়। দয়া কৰি আমাক তোমাৰ চৰণৰ অমিয়া ৰস পান কৰিবলৈ শক্তি দিয়া।

জয় জয় ৰাম কৰুণা সাগৰ এ
মোক নাৰায়ণ ইবাৰ কৰিয়ো দায়া।
অভয় চৰণে শৰণ পশিলো এ
প্ৰভু দামোদৰ দূৰ কৰা মোৰ মায়া।।৮১৮

হে কৰুণাৰ সাগৰ নাৰায়ণ এইবাৰ মোক দয়া কৰা। তোমাৰ অভয় চৰণত মই শৰণ পশিলো। হে দয়াৰ সাগৰ, মোৰ মায়া দূৰ কৰি উদ্ধাৰ কৰা।

যাদৱ যদু নন্দন মুকুন্দ মুৰ বিনাশী।
অবিদ্যা সাগৰে মজিলো মাধৱ
উদ্ধাৰ কৰিয়ো আমি।।৮১৯

হে যাদৱ নন্দন মুকুন্দ মুৰাৰি। মই অজ্ঞান আন্ধাৰত বুৰ গ'লো। মোক

তোমাৰ চৰণে চপাই ধৰা।

জীৱন যাদৱ ৰায় সেৱোহোঁ তোমাৰ পায়
ৰাম নেৰিবা নকৰ দায়।
তুৱা পাৱে ৰতি কিমতে কৰিবো
দিয়োক নাথ উপায়।।৮২০

হে যদুপতি, তুমি মোৰ জীৱন তোমাৰ চৰণত মই সেৱা কৰো। হে ৰাম দায় দোষ নধৰিবা — আমাক পৰিহাৰ নকৰিবা। তোমাৰ চৰণত কি উপায়েৰে ৰতি ৰাখিব পাৰো তাৰ উপায় দিয়া।

যাদৱ জয় যদুপতি তোমাৰ চৰণে লাগো।
শ্ৰৱণ কীৰ্তন নিৰ্মল ভকতি কাকুতি
কৰিয়া মাগো।।৮২১

হে যদুপতি, তোমাৰ চৰণত শৰণ লওঁ। শ্ৰৱণ, কীৰ্তন, নিৰ্মল, ভকতি দি আমাক পৰম উপকাৰ কৰা।

দীন দায়াশীল যাদৱ সেৱক লৈয়ো উদ্ধাৰি।
দান্তে তৃণ কৰো চৰণত ধৰো
নেৰিবা মোক মুৰাৰি।।৮২২

হে দীন দয়াশীল — তোমাৰ ভৃত্য ৰূপে গ্ৰহণ কৰি মোক উদ্ধাৰ কৰা। অতিকে বিনম্ৰ হৈ তৃণ কুটা কামোৰি তোমাৰ চৰণত ধৰো — তুমি মোক পৰিহাৰ নকৰিবা।

কৰুণাময় কৰুণা সাগৰ কৃপাৰ কৰুণা সিন্ধু।
তোমাৰ কৃপাৰ আমি নোহো পাত্ৰ
তুমি পুনু দীন বন্ধু।।৮২৩

কৰুণাময়, তুমি দয়াৰ সাগৰ। আমি তোমাৰ দয়াৰ পাত্ৰ নহওঁ — হে দীনবন্ধু আমাক চৰণে শৰণ দিয়া।

ৰামকৃষ্ণ হৰি গোবিন্দ দীন দয়াশীল স্বামী।
তোমাৰ চৰণে সহজ বাসনা
শৰণ মাগোহো আমি।।৮২৪

হে ৰাম, তুমি হৰি, তুমি গোবিন্দ,তুমি দয়াশীল স্বামী। তোমাৰ চৰণত

শৰণ মাগো, আমাক তাতে আশ্রয় দিয়া।

মোৰ প্ৰাণ বন্ধু গোবিন্দ সেৱক কৰিয়া লৈয়ো।
আন একো কাম নমাগো তোমাত
ভৃত্যৰ সঙ্গত থৈয়ো।।৮২৫

মোৰ প্ৰাণ বন্ধু, তোমাৰ সেৱক কৰি মোক আশ্রয় দিয়া। মই তোমাত আৰু আন একো নিবিচাৰো। মই মাত্র তোমাৰ দাসৰ লগত স্থান দিবলৈ গোহাৰি জনাওঁ।

জয় যদুপতি যাদৱ তুমি অগতিৰ গতি।
দান্তে তৃণ ধৰি তোমাৰ চৰণে
মাগোহো সাধু সঙ্গতি।।৮২৬

হে অগতিৰ গতি দেৱ যদুপতি, তোমাৰ চৰণত কাবৌকৈ প্ৰাৰ্থনা জনাওঁ মোক সাধুৰ সঙ্গ দিয়া — মোক উদ্ধাৰ কৰা।

ৰাম কৃষ্ণ হৰি গোবিন্দ সেৱক ভৈলো তোমাৰ।
অভয় চৰণে শৰণ পশিলো চুৰিয়ো মায়া আমাৰ।।৮২৭

হে গোবিন্দ! মই তোমাৰ সেৱক হলোঁ। তোমাৰ চৰণত শৰণ পশিলো — আমাৰ মায়া দূৰ কৰা।

গোবিন্দ গোপাল গোপীনাথ দয়া নছাড়িয়া মোৰে।
অপাৰ সংসাৰ আৰ নাহি পাৰ
মজিলো এ দুখ ঘোৰে।।৮২৮

হে গোবিন্দ, গোপাল, গোপীনাথ। মোক তোমাৰ দয়াৰ পৰা বঞ্চিত নকৰিবা। সংসাৰ পাৰহীন, এই দুৰ্ঘোৰ সংসাৰত পৰি ৰ'লো, তাৰ পৰা মুক্তি পাবলৈ হ'লে তুমি বিনে আৰু কোনো নাই।

হৰি হৰি হৰি ৰাম কৃষ্ণ ৰাম নাৰায়ণ নাৰায়ণ।
কৰা হৰি মোৰ মায়া উপশম নাৰায়ণ নাৰায়ণ।।৮২৯

হে হৰি, তুমি মোৰ মায়া উপশম কৰা।

গোপীনাথ ইবাৰ মোকে নেৰিয়ো
তযু মায়াজাল জঞ্জাল গুচায়া চৰণে শৰণ দিয়ো।।৮৩০

হে গোপীনাথ, তুমিমোক ইবাৰ নেৰিবা। তোমাৰ মায়াৰ জাল কাটি,

তাৰ জঞ্জাল ঠেলি চৰণত শৰণ দিয়া।

গোপাল গোপাল পালক কৃপাময়।
তুৱা পাৱে মোৰ মতি যেন নছাৰয়।।৮৩১

হে গোপাল, তুমি পালক আৰু কৃপাময়। তোমাৰ চৰণত যেন মোৰ মতি পিচলি নাযায়।

ৰাম ৰাঘৱ ৰঘুপতি এ তুমি দেৱ অগতিৰ এ গতি না
তুৱা পদ কমলৰ মকৰন্দ ৰসে ৰতি।
কৰিয়া থাকোক মোৰ মতি না এ।।৮৩২

হে ৰঘুপতি, তুমি অগতিৰ গতি ; তুমি ৰাম, ৰাঘৱ। তোমাৰ পদ কমলৰ ফুলৰ ৰস মোৰ যেন সদায় মতি হয়।

জয় যাদৱ যদুপতি এ
তুৱা পাৱে পশিলো শৰণ না এ
ভাল কথা শুনি আছি মনে লৈলোঁ সাৰ বাছি
তুৱা নাম পতিত পাৱন না এ।।৮৩৩

জয় যদুপতি, তোমাৰ চৰণত পশিলো শৰণ। সৎ কথা শুনি, সাৰাংশ লৈ তোমাক বন্দনা কৰা। হে পতিত পাৱন তোমাক মোৰ বিনম্ৰ প্ৰণাম।

প্ৰাণ বান্ধৱ মাধৱ এ দয়াশীল দৈৱকী নন্দন না এ।
তুমি দেৱ দীনবন্ধু কেৱলে কৰুণা সিন্ধু
কৰো তযু চৰণে বন্দনা এ।।৮৩৪

হে দৈৱকী নন্দন প্ৰাণ বান্ধৱ মাধৱ, তুমি দয়াশীল, দীনবন্ধু, দয়াৰ সাগৰ তুমি কৰুণাসিন্ধু, তোমাৰ চৰণত মই বন্দনা কৰো।

চিদানন্দ ৰাম সদানন্দ হৰি।
নিত্যানন্দ কৃষ্ণ মোক লৈয়ো দাস কৰি।।৮৩৫

হে নিত্যানন্দ কৃষ্ণ, তুমি সদানন্দ, চিদানন্দ, ৰাম। মোক তোমাৰ দাস ৰূপে গ্ৰহণ কৰা।

হৰি তুমি আনন্দ সিন্ধু।
হামো ভিক্ষাৰী মাগো এক বিন্দু।।৮৩৬

হে হৰি তুমি আনন্দ মহাসাগৰ। তোমাত আমি তিলমান ভক্তি ভিক্ষা

মাগো।

মধুৰিপু ৰাম ৰঘুপতি।

তোমাৰ চৰণে মোৰ গতি।।৮৩৭

হে মধুৰিপু, ৰাম, ৰঘুপতি তোমাৰ চৰণহে মোৰ গতি।

অৰুণ চৰণে দিয়ো ছাঁয়া ৰাম ৰাম।

তেবেসে তৰিবো তযু মায়া ৰাম ৰাম।।৮৩৮

হে ৰাম, তোমাৰ অৰুণ চৰণৰ ছাঁয়াত আমাক আশ্ৰয় দিয়া। তেনে হ'লেহে তযু মায়াৰ বন্ধনৰ পৰা মুক্তি পাম।

দান্তে তৃণ ধৰি হৰি চৰণত লাগো।

তযু কৃপা ৰসৰ কণিকা এক মাগো।।৮৩৯

তৃণ বনত ধৰি হে হৰি তোমাৰ চৰণত শৰণ লওঁ — তোমাৰ দয়াৰ ৰসৰ কণিকামান ৰস ভিক্ষা কৰো।

দয়া কৰা দয়া কৰা মোৰহে ৰাম।

তোমাৰ চৰণ হৰি হৃদয় পঙ্কজে ধৰি

মুখে লৈবো তুৱা গুণ নাম যদুমণি এ।।৮৪০

হে মোৰ ৰাম, হৃদয় কমলত তোমাৰ চৰণ থাপন কৰি দয়া ভিক্ষা কৰো; হে যদুপতি তোমাৰ গুণ গান যেন সদায় মোৰ মুখত্তে লাগি থাকে।

ৰাম কৃষ্ণ বুলি অনাথে ডাকয় এ হৰি নাৰায়ণ।

অনাথক দায়া কৰা কৃপাময় এ হৰি নাৰায়ণ।।৮৪১

মই অনাথে হে ৰাম তোমাক নিমন্ত্ৰণ কৰোঁ। দয়া কৰি হে দয়াশীল মই অনাথক দয়া কৰা।

নাৰায়ণ নাৰায়ণ নাৰায়ণ নাৰায়ণ জয় নাৰায়ণ।

তোমাৰ অৰুণ চৰণ পঙ্কজে নিমজোক মোৰ মন।।৮৪২

হে নাৰায়ণ তোমাক নমস্কাৰ। মোৰ তোমাৰ পদ কমলত সদায় যেন মন নিবিষ্ট হৈ থাকে।

নাৰায়ণ নাৰায়ণ

তুৱা চৰণে আমাৰ।

মজোক মন জয় ৰাম।।৮৪৩

হে নাৰায়ণ তোমাৰ চৰণত আমাৰ নমস্কাৰ। তোমাতে মজি থাকে যেন আমাৰ মন আৰু হৃদয়।

## (৮৭) নিবেদন

এ ৰাম ৰাম জয় পৰমানন্দ।
পিওঁ তযু চৰণ কমল মকৰন্দ।।৮৪৪

হে ৰাম তুমি পৰমানন্দ। তোমাৰ চৰণ কমল মকৰন্দ অৰ্থাৎ ফুলৰ মৌ পান কৰোঁ।

এ ৰাম ৰাম কৃষ্ণ নাৰায়ণ।
তযু পদকমলে মজোক মোৰ মন।।৮৪৫

হে ৰামকৃষ্ণ, মোৰ মন তোমাৰ পদকমলত মজোক যেন।

এ ৰাম ৰাম কৃষ্ণ ৰাম নিৰঞ্জন।
তুমিসে ঈশ্বৰ দেৱ ভকত ৰঞ্জন।।৮৪৬

হে ভগৱান, কৃষ্ণ নিৰঞ্জন। তুমিহে ঈশ্বৰ দেৱতা — ভকতৰ মঙ্গলকাৰী।

এ ৰাম ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম
তুমি গুণ নিয়ন্তা নিৰ্গুণ ধাম।।৮৪৭

হে ৰাম কৃষ্ণ। তুমি নিৰ্গুণ ধাম গুণ নিয়ন্তা।

ৰাম কৃষ্ণ ৰাম হৰি ৰামচন্দ্ৰ ৰাম ৰাম
শ্ৰীৰাম দেৱ ৰঘুপতি।
হে প্ৰভু ৰঘুনাথ প্ৰণামো দয়ায়া নাথ
তুমি মোৰ হৈবা নিজ গতি হৰি ৰাম
ৰঘুকুল নন্দন মুৰাৰি।।৮৪৮

হে ৰাম কৃষ্ণ, হৰি ৰাম, ৰঘুপতি শিৰ দোৱাই তোমাক নমস্কাৰ কৰো, তুমি মোৰ অগতিৰ গতি।

গোপাল গোবিন্দ ৰাম গোপাল গোবিন্দ ৰাম
গোপাল গোবিন্দ জয় ৰাম।
তোমাৰ চৰণে হৰি কেৱল ভকতি বিনে
মোৰ আৰ নাহি আন কাম হৰি ৰাম।।৮৪৯

হে গোপাল গোবিন্দ কেবল তোমাৰ চৰণত মোৰ ভক্তি। তোমাৰ বিনে মোৰ অন্যগতি নাই। তোমাৰ সেৱাৰ বাদে মোৰ অন্য কাম নাই।

গোপীনাথ গোপীনাথ গোপীনাথ গোপীনাথ
গোপীনাথ গোপীনাথ হৰি।
তোমাৰ অভয় দুই চৰণে শৰণ লৈলো
সৈয়ো মোক নিজ দাস কৰি।।৮৫০

হে গোপীনাথ, হে হৰি, তোমাৰ অভয় চৰণত শৰণ ললো, মোক তোমাৰ দাস ৰূপে গ্ৰহণ কৰা।

## নামছন্দ

### (৮৮) নাম

কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৮৫১

হে কৃষ্ণ ৰাম।

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।।৮৫২

হে কৃষ্ণ, হে ৰাম তোমাক নমস্কাৰ কৰো।

কৃষ্ণ হৰি ৰাম হৰি ৰাম ৰাম ৰাম
অনন্ত অচ্যুত সনাতন নাৰায়ণ প্ৰাণ।।৮৫৩

কৃষ্ণ হৰি, ৰাম, তুমি অনন্ত, অচ্যুত, সনাতন, তুমি জীৱৰ প্ৰাণ।

গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ
গোবিন্দ ৰাম মুৰাৰি।
অনন্ত কোটি ব্ৰহ্মাণ্ডৰ হৰি অধিকাৰী।।৮৫৪

হে গোবিন্দ, হে ৰাম, মুৰাৰি, হে হৰি তুমি অনন্ত কোটিব্ৰহ্মাণ্ডৰ অধিকাৰী।

গোবিন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম মুৰাৰি
ভকতি লোচন ভকত বিমোচন
ভকতৰ ভয়হাৰী।।৮৫৫

হে গোবিন্দ, হে ৰাম মুৰাৰি, তুমি ভক্তিৰ গুণ বঢ়াওতা দুখ হৰণকাৰী, তুমি ভকতৰ ভয়হাৰী।

পৰম পুৰুষ পৰম আনন্দ পৰম গুৰু মুৰাৰি

অনাদি অনন্ত অচ্যুত গোবিন্দ ভকতৰ ভয়হাৰী।।৮৫৬

হে পৰম পুৰুষ, পৰম আনন্দময়, পৰম গুৰু, তুমি অনাদি, অনন্ত, অচ্যুত, তুমি গোবিন্দ, তুমি ভকতৰ ভয় হৰণকাৰী।

জয় যাদৱ এ মোৰ প্ৰাণ জীৱৰ জীৱন নাৰায়ণ।

ভকতৰ ধন তয়ু অৰুণ চৰণ।।৮৫৭

হে জীৱৰ জীৱন, মোৰ প্ৰাণ নাৰায়ণ, তোমাৰ অৰুণ চৰণ ভকতৰ পৰম ধন।

ৰাম ৰাম ৰাম ৰাম ৰাম

ৰাম কৃষ্ণ হৰি নাৰায়ণ।।৮৫৮

হে ৰাম কৃষ্ণ হৰি তুমি নাৰায়ণ, তোমাক নমস্কাৰ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি

ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি জয় নাৰায়ণ।।৮৫৯

হে হৰি জয় নাৰায়ণ, তুমি ৰাম, কৃষ্ণ, হৰি।

ৰাম ৰাম ৰাম ৰাম ৰাম

ৰাম ৰাম এ হৰি নাৰায়ণ।।৮৬০

হে হৰি নাৰায়ণ, হে ৰাম।

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম

ৰাম ৰাম হৰি হৰি হৰি।।৮৬১

হে ৰাম, হে হৰি।

হৰি হৰি ৰাম ৰাম ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম

শ্ৰীৰাম জয় জয় ৰাম।।৮৬২

হে হৰি, শ্ৰীৰাম, জয় জয় ৰাম কৃষ্ণ।

ৰাম ৰাম ৰাম গোপাল।

জীৱৰ জীৱন যদুৰাম।।৮৬৩

হে যদুপতি তুমি জীৱৰ জীৱন, তুমি ৰাম, তুমি গোপাল।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ।

জয় ৰাম জয় ৰাম।।৮৬৪

জয় ৰাম জয় কৃষ্ণ।

দীন দয়াশীল দেৱ দামোদৰ হৰি দামোদৰ।

দামোদৰ দামোদৰ দেৱ দামোদৰ। ।৮৬৫

হে দীন দয়াশীল, তুমি দামোদৰ , হৰি — সকলো।

অনাদি অনন্ত সদাশিৱ সনাতন হৰি এ

নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন

নিত্য নিৰঞ্জন নিত্য নিৰঞ্জন হৰি নিত্য নিৰঞ্জন। ।৮৬৬

হে প্ৰভু, তুমি অনাদি, অনন্ত, সদাশিৱ সনাতন,নিত্য নিৰঞ্জন তুমি হৰি।

মধু ৰিপু মধু ৰিপু ৰাঘৱ এ ৰাম ৰঘুপতি

ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম।

ৰাম ৰাম ৰাম নাৰায়ণ জয় নাৰায়ণ। ।৮৬৭

হে ৰাম, হে হৰি, নাৰায়ণ, ৰঘুপতি, তুমি মধুৰিপু।

যাদৱ যদুপতি মাধৱ এ

ৰাম ৰাম কৃষ্ণ নাৰায়ণ হৰি নাৰায়ণ।

নাৰায়ণ নাৰায়ণ হৰি নাৰায়ণ। ।৮৬৮

হে ৰাম, যদুপতি, মাধৱ, কৃষ্ণ, হৰি, নাৰায়ণ।

ৰাম কৃষ্ণ গোবিন্দ গোপীনাথ হৰি গোপীনাথ।

গোপীনাথ গোপীনাথ হৰি গোপীনাথ। ।৮৬৯

হে ৰাম, হে কৃষ্ণ, তুমি গোবিন্দ, গোপীনাথ, হৰি।

কৰুণাসাগৰ মোৰ বান্ধৱ এ

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।

ৰাম ৰাম ৰাম ৰাম গোবিন্দ

ৰাম ৰাম ৰাম ৰাম হৰি ৰাম ৰাম ৰাম ৰাম। ।৮৭০

হে করুণা সাগৰ, তুমি মোৰ বান্ধৱ, তুমি ৰাম, তুমি হৰি তুমি গোবিন্দ।

ৰাম কৃষ্ণ হৰি গোপাল।

গোবিন্দ মুকুন্দ ৰাম মুৰাৰি। ।৮৭১

হে ৰাম, হে কৃষ্ণ, হৰি, গোপাল, গোবিন্দ তুমি ৰাম মুকুন্দ মুৰাৰি।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৮৭২

হে প্ৰভু, তুমি ৰাম, কৃষ্ণ, তোমাৰ নাম সহস্ৰবাৰ লওঁ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
গোবিন্দ জয় ৰাম।।৮৭৩

হে কৃষ্ণ, হে গোবিন্দ, হে ৰাম তোমাক শত কোটি নমস্কাৰ।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি ৰাম কৃষ্ণ ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৮৭৪

ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি বুলি তোমাক কাকুতি কৰোঁ।

হৰি ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম।
পণ্ডিত পাৱন হৰি গুণে অনুপাম।।৮৭৫

হে পণ্ডিত পাৱন, তুমি গুণত অনুপাম — তোমাৰ নাম বাৰম্বাৰ ডাকো।

মোৰ প্ৰভু নাৰায়ণ ৰাম কৃষ্ণ ৰাম।
ভকত বৎসল হৰি গুণে অনুপাম।।৮৭৬

হে ভক্ত বৎসল, হে সৰ্ব গুণাকৰ নাৰায়ণ — তোমাক নমস্কাৰ।

ৰাম কৃষ্ণ নাৰায়ণ হৰিহে।
প্ৰভুহে ৰাম ৰাম ৰাম।।৮৭৭

হে প্ৰভু, তুমি ৰাম, তুমি কৃষ্ণ, তুমি হৰি, তুমি নাৰায়ণ।

মুকুন্দ মাধৱ মুৰাৰি মধুৰিপু।
জগত জীৱন ৰাম হৰি হৰি।। ৮৭৮

হে জগত জীৱন, মুকুন্দ মাধৱ, মুৰাৰি, মধুৰিপু হৰি।

জয়তি যদুপতি জগত জীৱন।
যাদৱ মাধৱ ৰাম হৰি হৰি।।৮৭৯

হে যদুপতি, জগ জীৱন, তুমি মাধৱ, তুমি হৰি।

ৰাম ৰাম ৰাঘৱ ৰঘুপতি।
পৰম পুৰুষ ৰাম জয় জয়।।৮৮০

হে পৰম পুৰুষ, ৰঘুপতি তোমাক নমস্কাৰ কৰোঁ।

ৰাম ৰাম কৃষ্ণ ৰাম ৰাম কৃষ্ণ।
ৰাম ৰাম কৃষ্ণ ৰাম ৰাম হৰি হৰি।।৮৮১

হে ৰাম, হে কৃষ্ণ! ৰাম, ৰাম, ৰাম।

প্ৰণত পালক দেৱ হৰি হৰি।
প্ৰপন্ন তাৰক দেব জয় জয়।।৮৮২

হে সেৱক পালক, বিপদৰ পৰা ৰক্ষা কৰোতা হৰি তোমাক নমস্কাৰ।

হৰিতো হৰি হৰি হৰিতো হৰি হৰি।
হৰিতো হৰি হৰি ৰাম জয় জয়।।৮৮৩

কৃষ্ণ দেৱ তুমি প্ৰভু দীন দুখহাৰী।
ভকত ৰঞ্জন ভয় ভঞ্জন মুৰাৰি।।৮৮৪

হে হৰি, তুমি কৃষ্ণদেৱ, ভকত ৰঞ্জন, দীন দুখহাৰী, ভয়হাৰী তোমাক বাৰম্বাৰ নমস্কাৰ।

গোপীনাথ গোপীনাথ গোবিন্দ ৰাম ৰাম।
গোবিন্দ ৰাম কৃষ্ণ গোবিন্দ ৰাম।।৮৮৫

গোবিন্দ ৰাম গোবিন্দ ৰাম।
গোপাল গোবিন্দ ৰাম।।৮৮৬

হৰি হৰি হৰি ৰাম গোবিন্দ।
মুৰাৰি মুকুন্দ জয় ৰাম।।৮৮৭

ৰাম কৃষ্ণ হৰি ৰাম ৰাম ৰাম।
গোপাল গোবিন্দ জয় ৰাম।।৮৮৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।
অমিয়া মাধুৰী তযু নাম।।৮৮৯

দুকুৰি বাৰতকৈ অধিকবাৰ তেৰাৰ নাম লৈ ভক্তৰ অকুলতা প্ৰকাশ কৰা হৈছে। ভক্তৰ বাবে ভগৱন্ত সকলো — সেয়েহে তেওঁক অমিয়া মাধুৰী বোলা হৈছে।

ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয়।
ৰাম কৃষ্ণ দীন দয়াময়।।৮৯০

যাদৱ মাধৱ দীন দয়াল।
দৈৱকী নন্দন ৰাম গোপাল।।৮৯১
ৰাম ৰঘুপতি পৰমানন্দ।
পৰম পুৰুষ দীনবন্ধু গোবিন্দ।।৮৯২
মোৰ ইষ্ট দেৱ যাদৱ ৰায়।
সেৱা কৰিবৰ নামে উপায়।।৮৯৩

হে ৰাম, হে কৃষ্ণ, তুমি দীন দয়াল, তুমি পৰম আনন্দময়, পৰম পুৰুষ, দীনবন্ধু, তুমি ইষ্টদেৱ, তুমি যদুপতি, তোমাক সেৱা কৰিবলৈ তোমাৰ নামেই শ্ৰেষ্ঠ উপায়। তোমাক শতকোটি নমস্কাৰ।

গোবিন্দ এ জয় কৃষ্ণ জগত জীৱন ৰাম।
জগত জীৱন ৰাম হৰি জগত জীৱন ৰাম।।৮৯৪

হে কৃষ্ণ, তুমি জগতৰ পতি, তুমিয়ে তাৰ প্ৰাণ।

সহজানন্দ হৰি স্বৰূপানন্দ।
হৃদয়ানন্দ হৰি পৰমানন্দ।।৮৯৫

হে হৰি, তুমি আনন্দময়, তোমাত নমস্কাৰ।

গোপাল গোবিন্দ গৰুড়কেতু।
ভকতৰ ধন জীৱন হেতু।।৮৯৭

হে প্ৰভু,তুমি ভক্তৰ প্ৰাণধন।

ৰাম নিৰঞ্জন নিৰাময়।
জয় জগন্নাথ দয়াময়।।৮৯৮

হে ৰাম নিৰঞ্জন, তুমি দয়াৰ আকৰ জগতৰ নাথ, তুমি দুখহাৰী, তোমাক নমস্কাৰ।

গোবিন্দ গোবিন্দ গোবিন্দ ৰাম।
পতিত পাৱন তোমাৰ নাম।।৮৯৯

হে পতিত পাৱন, তুমি ৰাম, তুমি গোবিন্দ, তুমি সৰ্বময়।

হলিৰাম, শ্ৰীৰাম, ৰামন আৰু পৰশুৰাম।।৯০০

তুমিয়ে হলিৰাম, শ্ৰীৰাম, ৰামন আৰু পৰশুৰাম।

মুকুন্দ মুৰাৰি দীন দয়াশীল হৰি ৰাম।৯০১

কমললোচন দুখমোচন মুৰাৰি ৰাম।।৯০২

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।

ৰাম নাৰায়ণ ৰাম কৃষ্ণ ৰাম।।৯০৩

হে মুৰাৰি,দীন দয়াশীল, দুখ হৰণকাৰী পুৰুষোত্তম নাৰায়ণ, ৰাম পদ্মলোচন, তোমাত আমাৰ শতকোটি প্ৰণাম ৰ'ল।

বণমালী গোবিন্দ ৰাম কৃষ্ণ হৰি।।৯০৪

জীৱৰ জীৱন মুকুন্দ মুৰাৰি নাৰায়ণ।।৯০৫

ৰাম কৃষ্ণ হৰি অনন্ত মুৰাৰি এ হৰি নাৰায়ণ।

ভকত জনৰ দুখ ভয়হাৰী এ হৰি নাৰায়ণ।।৯০৬

হে বনমালী, কৃষ্ণ, তুমি জীৱৰ প্ৰাণ, অনন্ত মুৰাৰি, ভক্তজনৰ ভয়হাৰী তুমি নাৰায়ণ।

নমো নাৰায়ণ নমো নাৰায়ণ।

নিৰঞ্জন নিৰাকাৰ নিৰ্বিকাৰ নিৰাময়

নৰোত্তম সত্য সনাতন।।৯০৭

হে প্ৰভু নাৰায়ণ, তুমি নিৰঞ্জন, নিৰাকাৰ, নিৰ্বিকাৰ, নিৰাময়, নৰোত্তম সত্য সনাতন।।

ৰাম হৃষীকেশ গোবিন্দ হৃষীকেশ।।৯০৮

গোবিন্দ ৰাম গোবিন্দ ৰাম।

ৰামকৃষ্ণ গোবিন্দ ৰাম।।৯০৯

এ ৰাম ৰাম কৃষ্ণ ৰাম নাৰায়ণ।।৯১০

হৰি ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম।।৯১১

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ নাৰায়ণ।।৯১২

জয় ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ হৰি।।৯১৩

ৰাম কৃষ্ণ ৰাম কৃষ্ণ শিব সনাতন।

তুমি গোবিন্দ ভকতৰ নিজ ধন।।৯১৪

হে হৃষীকেশ, ৰাম, গোবিন্দ, নাৰায়ণ, হৰি, কৃষ্ণ, শিব, সনাতন তুমি ভকতৰ ধন।

পৰম মঙ্গল মাধৱৰ গুণ নাম জয় হৰি ৰাম।।৯১৫

কৃষ্ণ কৃষ্ণ ৰাম জয় জয় ৰাম।

মধু মুৰ মথন মুৰাৰি হৰি ৰাম

কৃষ্ণ কৃষ্ণ ৰাম।।৯১৬

হে মাধৱ তোমাৰ নামেই মঙ্গলময়। তোমাৰ সহস্ৰ নাম — মধু-মুৰ, মথন মুৰাৰি, ৰামকৃষ্ণ, হৰি ইত্যাদি ইত্যাদি।

ৰাম কমলাপতি তুমি অগতিৰ গতি।

ভকতি মিনতি স্তুতি নজানো পামৰ মতি।।৯১৭

গোপাল জয় ৰাম।

গোবিন্দ জয় ৰাম।।৯১৮

হে কমলাপতি, তুমি অগতিৰ গতি। আমি স্তুতি-মিনতি নাজানো — পামৰ মতি। হে গোপাল, হে গোবিন্দ তোমাক বাৰম্বাৰ নমস্কাৰ।

গোপাল গোবিন্দ ৰাম কৃষ্ণ মুকুন্দ।।৯১৯

গোবিন্দ গোবিন্দ দৈৱকীনন্দন।

হৰি ৰাম নাৰায়ণ।।৯২০

গোপাল গোবিন্দ মুকুন্দ ৰাম ৰাম।।৯২১

হৰি ৰাম শ্ৰীৰাম জয় জয় ৰাম ৰাম ।।৯২২

এ ৰাম জয় ৰাম জয় ৰাম জয় ৰাম।

ও হৰি ৰাম ৰাম জয় ৰাম জয় ৰাম।।৯২৩

শিৱ শিৱ শিৱ শিৱ।

শিৱ সনাতন জগজীৱ।।৯২৪

মাধৱ মাধৱ মাধৱ মধুৰিপু।

মুৰাৰি এ হৰি হৰি ৰাম।।৯২৫

নাৰায়ণ নিৰঞ্জন নিৰাকাৰ নিৰাময়।

মুৰাৰি এ হৰি হৰি ৰাম।।৯২৬

প্ৰাণ গোপাল দীনবন্ধু নাৰায়ণ।।৯২৭

হে হে পৰম গুৰু হৰি পুৰুষোত্তম হৰি পুৰুষোত্তম।

পুৰুষোত্তম পুৰুষোত্তম জয় পুৰুষোত্তম।।৯২৮

ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ জয় নাৰায়ণ।।৯২৯
মোৰ প্ৰভু নাৰায়ণ পৰমানন্দ হৰি পৰমানন্দ।
পৰমানন্দ পৰমানন্দ হৰি পৰমানন্দ।।৯৩০
ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভু দেৱ নাৰায়ণ নাৰায়ণ।
নাৰায়ণ ৰাম কৃষ্ণ ৰাম কৃষ্ণ প্ৰভু দেৱ।।৯৩১
ৰাম ৰাম কৃষ্ণ ৰাম ৰাম ৰাম ৰাম ৰাম।
পতিত পাৱন হৰি গুণে অনুপাম।।৯৩২
গোপাল গোবিন্দ হৰি ৰাম ৰাম ৰাম।
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম ৰাম ৰাম ।। ৯৩৩
পৰম পুৰুষ শিৱ সনাতন।
অনন্ত অচ্যুত নিত্য নিৰঞ্জন।
নিৰাকাৰ হৰি এ ৰাম।।৯৩৫
ৰাম সদাশিৱ ও ৰাম সদাশিৱ।
সনাতন প্ৰভুৰে ৰাম।।৯৩৬
ৰাম দয়াশীল মোৰ প্ৰভু।
ৰাম দয়াশীল দেৱ দীন বন্ধুৰে ৰাম।।৯৩৭
হৰি হৰি পৰমানন্দ প্ৰভু পীতাম্বৰ হৰি পীতাম্বৰ।
পীতাম্বৰ পীতাম্বৰ প্ৰভু পীতাম্বৰ।।৯৩৮
হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।
হৰি হৰি এ নাৰায়ণ জয় গোবিন্দ ৰাম।।৯৩৯
পৰমানন্দ জয় পৰমানন্দ হৰি হৰি
হৰি হৰি হৰি হৰি এ।
হৰি এ পৰমানন্দ জয় পৰমানন্দ।।৯৪০
কমলা কান্ত জয় কমলাকান্ত কমললোচন বনমালী।
হৰিয়ে বনমালা কমলাকান্ত জয় কমলাকান্ত।।৯৪১
দামোদৰ প্ৰভু দামোদৰ দৈৱকীনন্দন দীনবন্ধু।
হৰি এ দীনবন্ধু দামোদৰ।।৯৪২

জগত জীৱন ৰাম যদুপতি জগত জীৱন ৰাম
হৰি হৰি জগত জীৱন ৰাম।।৯৪৩
জগত জীৱন ৰাম জগত জীৱন ৰাম।
জগতৰ সুমঙ্গল তুৱা গুণ নাম।।৯৪৪
মধু সূদন দেৱ মধুসূদন দেৱ।
তুমি বিনে অগতিৰ গহি নাহি কেৱ।।৯৪৫
ৰাম কৃষ্ণ ৰাম কৃষ্ণ ৰাম হৰি হৰি।
ৰামতে ৰমোহো অবিৰাম ৰাম ৰাম।।৯৪৬
ৰাম নাম ধৰ্ম অনুপাম হৰি হৰি।
পূৰে ভকতৰ মন কাম ৰাম ৰাম।।৯৪৭
কলি যুগে ৰাম নাম সাৰ হৰি হৰি।
ৰাম বিনে নাহি আৰ ৰাম ৰাম।।৯৪৮
ৰাম বুলি পাৰে ভৱ পাৰ হৰি হৰি।
ৰাম নাম জগত উদ্ধাৰ ৰাম ৰাম।।৯৪৯

৯১৯ পদৰ পৰা সকলোবোৰ ভগৱানৰ নাম। তেওঁ নাম লৈ ভৱসাগৰ পাৰ হোৱাৰ ভক্তৰ আকুল কাকুতি। উল্লিখিত পদ সমূহত বাৰে বাৰে কোৱা হৈছে যে ৰাম নামেই জগত উদ্ধাৰৰ পথ।

ৰাম নাম অমূল্য ৰতন হৰি হৰি।
ৰাম নাম বিনে নাহি ধন ৰাম ৰাম।।৯৫০

ৰামনাম অমূল্য ৰত্ন, এই নামৰ অবিহনে আন ধৰ্ম নাই।

ৰাম নাম মুক্তি বিড়ম্বন হৰি হৰি।
জপ ৰাম নাম অনুক্ষণ ৰাম ৰাম।।৯৫১

ৰাম নাম লোৱা নিৰন্তৰ এই কামত দেৰি নকৰিবা।

ৰাম নাম ভকতি সুগম হৰি হৰি।
নাহি ভক্তি ৰাম নাম সম ৰাম ৰাম।।৯৫২

ৰাম নামৰ সমান অন্য ভক্তি মাৰ্গ নহয়। ৰাম নামেই ভক্তিৰ সুগম পথ।

ৰাম নাম ধৰ্মতে উত্তম হৰি হৰি।

ৰাম নাম পাতকৰ যম ৰাম ৰাম ।।৯৫৩

ৰাম নাম ধৰ্মই উত্তম — ই পাতকৰ যম।

ৰাম নাম ধৰ্ম শিৰোমণি হৰি হৰি।

ৰাম নাম পাপৰ আগনি ৰাম ৰাম ।।৯৫৪

ৰাম নাম সৰ্ব ধৰ্মৰ শিৰোমণি। ই পাপৰ অগ্নি অৰ্থাৎ ৰাম নামে পাপ পুৰি ছাই কৰে।

ৰাম নাম মৃত্যু সঞ্জীৱনী হৰি হৰি।

ৰাম নাম ঘুৰিয়োক ছানি ৰাম ৰাম ।।৯৫৫

ৰাম নাম মৃত্যু সঞ্জীৱনী। সদায় ৰাম নাম লোৱা।

জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ হৰি।

জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ জগন্নাথ

হৰি হৰি ৰাম জগন্নাথ জগন্নাথ হৰি ।।৯৫৬

হে জগন্নাথ, হে হৰি, হে ৰাম।

নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন হৰি

নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন নিৰঞ্জন

হৰি হৰি ৰাম নিৰঞ্জন নিৰঞ্জন হৰি ।।৯৫৭

হে নিৰঞ্জন, হে হৰি, হে ৰাম।

গোপাল গোপাল গোপাল গোপাল

গোপাল গোপাল গোপাল ৰাম।

গোপাল গোপাল গোপাল গোপাল

গোপাল গোপাল গোপাল ৰাম ।।৯৫৮

হে গোপাল, হে ৰাম তোমাক নমস্কাৰ।

ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম।

ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম হৰি হৰি ৰাম ।।৯৫৯

হে ৰাম, হে হৰি।

গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম।

গোবিন্দ ৰাম গোবিন্দ ৰাম গোবিন্দ ৰাম হৰি।

গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ

গোবিন্দ গোবিন্দ গোবিন্দ গোবিন্দ ৰাম।।৯৬০

হে গোবিন্দ। হে ৰাম।

মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি।
মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি মুকুন্দ মুৰাৰি হৰি হে।
হৰি হৰি হৰি হৰি হৰি হৰি হৰি ৰাম শ্ৰীৰাম।।৯৬১

হে মুকুন্দ মুৰাৰি, হে হৰি, হে ৰাম, হে শ্ৰীৰাম।

ৰাম কৃষ্ণ হৰি হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম কৃষ্ণ হৰি
ৰাম কৃষ্ণ হৰি ৰাম।
ৰাম কৃষ্ণ হৰি মুকুন্দ মুৰাৰি মাধৱ মধুসূদন
হৰি হৰি যাদৱ যদু নন্দন।।৯৬২

হে ৰাম কৃষ্ণ হৰি, হে মুকুন্দ, হে মাধৱ মধুসূদন, হে যাদৱ যদুপতি।

ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম ৰাম
ৰাম ৰাম ৰাম হৰি হৰি হৰি ৰাম ৰাম ৰাম।।৯৬৩

হে ৰাম, হে হৰি।

হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি হৰি এ
প্ৰাণবন্ধু হৰি হৰি হৰি হৰি এ মোৰ প্ৰাণধন হৰি এ
অনাদি অনন্ত প্ৰভু ভগৱন্ত ভজো চৰণত ধৰি এ
হৰি হৰি হৰি ভজো চৰণত ধৰি ও
পতিত পাৱন প্ৰভু নাৰায়ণ
সেৱক লৈয়ো উদ্ধাৰি
দীনবন্ধু সেৱক লৈয়ো উদ্ধাৰি
গোবিন্দ জয় ৰাম।।৯৬৪

হে হৰি, তুমি প্ৰাণবন্ধু, প্ৰাণধন, তুমি অনাদি, অনন্ত তোমাৰ চৰণত ধৰি ভজো। হে পতিত পাৱন প্ৰভু নাৰায়ণ আমাক তযু কৰুণাৰে উদ্ধাৰ কৰা। হে দীনবন্ধু মোক তোমাব সেৱক ৰূপে গ্ৰহণ কৰা।

মুৰাৰি মুকুন্দ ৰাম মুৰাৰি মুকুন্দ ৰাম
মুৰাৰি মুকুন্দ ৰাম জয়।

সুমৰণে পাপ ক্ষয় মিলে মহা মহোদয়
গুচে দুখচয় শোক ভয় হৰি ৰাম।।৯৬৫

হে মুকুন্দ মুৰাৰি, হে ৰাম। তোমাৰ সোঁৱৰণ পাপ ক্ষয় হয় আৰু তোমাৰ দৰ্শন মিলে। তোমাৰ নাম ল'লে দুখ, শোক ভয় ছিটিকি আঁতৰি যায়।

ৰাম কৃষ্ণ গোবিন্দ ৰাম কৃষ্ণ গোবিন্দ
ৰাম কৃষ্ণ গোবিন্দ হৰি।
বনমালী বাসুদেৱ পদ্ম লাভ জনাৰ্দন
মাধৱ মুকুন্দ মুৰাৰি হৰি ৰাম।।৯৬৬

হে ৰাম কৃষ্ণ গোবিন্দ, তুমি বনমালী বাসুদেৱ, পদ্মনাভ, জনাৰ্দন তুমি মাধৱ মুকন্দ মুৰাৰি।

মাধৱ মধুৰ মুৰুতি মধুসূদন দনুজদমন দুখহাৰী।
পীতাম্বৰ ধৰ শ্যাম সুন্দৰ হৰি
জয় জয় মুকুন্দ মুৰাৰি হৰি ৰাম।।৯৬৭

হে মাধৱ, তুমি মধুৰ মূৰ্ত্তি মধুসূদন দনুজদম দুখহাৰী, তুমি পীতাম্বৰ ধৰ শ্যাম সুন্দৰ মুকুন্দ মুৰাৰি হৰি ৰাম।

ৰাম জয় হৰি জয় ৰাম কৃষ্ণ ৰাম হৰি জয়।।৯৬৮

হে ৰাম, হে হৰি, হে কৃষ্ণ তোমাৰ জয়গান কৰো।

ৰাম কৃষ্ণ যিটো সততে সুমৰে তাৰ আৰ কাক ভয়।
সকল ধৰ্মৰ ওপৰতে বসিয়া ৰাম নাম প্ৰকাশয়।।৯৬৯

যি ৰাম কৃষ্ণৰ নাম নিৰন্তৰ লয় তেওঁৰ কালৈকো ভয় নালাগে। ৰাম নাম সকলো ধৰ্মৰ ওপৰত দীপ্তমান।

ৰাম কৃষ্ণ নাম কীৰ্ত্তন বিনায় কৃত্য শেষ নাথাকয়।
ৰাম কৃষ্ণ নাম কীৰ্তনে কৃষ্ণৰ কৃপাৰ মন্দিৰ হয়।।৯৭০

ৰাম কৃষ্ণ নামৰ বিনে কোনো কৰ্ম সম্পাদিত হৈ নুঠে — ৰাম নাম কীৰ্তনেই কৃষ্ণৰ কৃপাৰ মন্দিৰ।

ৰাম কৃষ্ণ নাম কীৰ্তন প্ৰভাৱে সংসাৰ সুখে তৰয়।
ৰাম কৃষ্ণ নাম কীৰ্তনে সমস্ত বিঘিনি নাশ কৰয়।।৯৭১

ৰাম কৃষ্ণ নাম কীৰ্তনৰ প্ৰভাৱত সংসাৰত সুখেৰে ৰক্ষা পাব পাৰি। ৰাম কৃষ্ণৰ নামে সকলো বিঘিনি নাশ কৰে।

ৰাম কৃষ্ণ নাম ৰসক লভিয়া মুকুতিকো নাশয়।
ৰাম কৃষ্ণ নাম পৰম আনন্দ সমুদ্ৰে মজি থাকয়।।৯৭২

ৰাম কৃষ্ণ নামৰ ৰস লাভ কৰি মুক্তিকো গণ্য নকৰে। ৰাম কৃষ্ণ নামৰ আনন্দ সমুদ্ৰত ভক্তই তাতে মজি থাকে।

ৰাম কৃষ্ণ নাম কীৰ্তন প্ৰসাদে হৰিৰ বল্লভ হয়।
ৰাম কৃষ্ণ নাম কীৰ্তন কৰিয়া হৰিকো বশ্য কৰয়।।৯৭৩

ৰাম কৃষ্ণ নাম কীৰ্তনৰ প্ৰসাদত ভক্ত হৰিৰ প্ৰিয়জন হয়। এই নামৰ বলত হৰিকো বশ কৰি থয়।

ৰাম হৰি জয় ৰাম হৰি
গোপাল গোবিন্দ ৰাম হৰি জয়।।৯৭৪

হে ৰাম, হে ৰাম, হে গোপাল, গোবিন্দ তোমাৰ নামৰ জয়ধবনি কৰোঁ।

ৰাম হৰি জয় ৰাম হৰি জয় ৰাম ৰাম।।৯৭৫

হে ৰাম, হে হৰি তোমাক নমস্কাৰ কৰোঁ।

এ হৰি হৰি ৰাম জয়।
ৰাম হৰি জয় ৰাম গোবিন্দ।।৯৭৬

জয় হৰি জয় ৰাম গোপাল গোবিন্দ।

ৰাম জয় ৰাম জয়
মুকুন্দ মুৰাৰি ৰাম হৰি জয়।।৯৭৭

জয় ৰাম, মুকুন্দ মুৰাৰি, ৰাম হৰি জয়।

## (৮৯) খেদ

হৰি হৰি হৰি হৰি হৰি হৰি হৰি
কি কাম কৰিলো আমি।

হে হৰি (তোমাৰ নাম নলৈ) কি কাম কৰিলো।

সাধু লৈয়া তোমাক নভজি
ভৈলো কিনো অধোগামী।।৯৭৮

সাধুৰ সঙ্গ লৈ তোমাক নভজি অধোগামী হ'লো প্ৰভু।

নিজ দাস হৈয়া সেৱাক তেজিলো।

এহি দোষে ঘোৰ আপদে মজিলো।।৯৭৯

আপোনাৰ ভেমত তোমাৰ সেৱা পৰিহাৰ কৰিলো। এই দোষতে ঘোৰ আপদত মজিলো।

তুমি সুহৃদ আত্মা প্ৰিয়তম।

তথাপি তোমাক নভজো কি মই অধম।।৯৮০

তুমি মোৰ পিতৃ, ইষ্ট দেৱতা তথাপি মই মন্দমতিয়ে তোমাৰ সেৱা পৰিহাৰ কৰিলো।

অধমকো তাৰে তোমাৰ ভকতি।

তথাপি তোমাক নভজো কুমতি।।৯৮২

তোমাৰ ভক্তিয়ে অধম পামৰকো উদ্ধাৰ কৰে। তথাপি মই তোমাক নভজো।

ইষ্টদেৱ বুলি তোমাক নধৰো।

নিকাৰ ভুঞ্জিয়া সংসাৰত মৰো।।৯৮৩

মই তোমাক ইষ্ট দেৱতা ৰূপে নামানো। আৰু তাৰ ফলত মই কষ্ট খাই সংসাৰত মৰো।

তুমিসে কেৱল করুণা সাগৰ।

তোমাক নভজো কি মই পামৰ।।

তুমিহে মাত্র দয়াৰ সাগৰ। তথাপি মই পামৰে তোমাক নভজো।

এৱে কৃপাময় দিয়োক শৰণ।

দোষ মৰিষণ তোমাৰ চৰণ।।৯৮৫

সেয়েহে হে দয়াময় তোমাৰ চৰণত শৰণ দি মোৰ দোষ মাৰ্জনা কৰা।

ইবাৰ ঈশ্বৰ নাছাড়িবা মোক।

মোৰ মন মজি তোমাত ৰহোক।।৯৮৬

হে ঈশ্বৰ এইবাৰ মোক নেৰিবা। মোক এনে দয়া কৰা যেন মোৰ মন সদায় তোমাতে ৰয়।

মোৰ প্ৰাণ হৰে জীৱন প্ৰাণ হৰে।

হৰিৰে ৰাম ৰাম কৃষ্ণ হৰে

কৃষ্ণ হৰি এ প্ৰাণ হৰি এ
কৃষ্ণ হৰি এ ৰাম ৰাম ৰাম।।৯৮৭

হে হৰি মোৰ প্ৰাণ যায় যায়। হে প্ৰভু তুমি মোৰ প্ৰাণ (তুমি মোক ৰক্ষা কৰা)।

হৰিৰে হৰিৰে ৰাম ৰাম জয় জয় হৰি নাৰায়ণ।
গোবিন্দ এ জয় কৃষ্ণ জয় ৰাম জয় ৰাম।।৯৮৮

হে হৰি, গোবিন্দ, নাৰায়ণ, কৃষ্ণ, ৰাম, (তুমি মোক নেৰিবা)।

হৰি হৰি ৰাম বান্ধৱ হৰি ৰাম।
হৰি হৰি এ নাৰায়ণ জয় গোবিন্দ ৰাম।।৯৮৯

জয় গোবিন্দ ৰাম, নাৰায়ণ, ৰাম, হৰি, বান্ধৱ।

ৰাম কৃষ্ণ গোবিন্দ হৰি।
হৰি ৰাম গোবিন্দ জয়।।৯৯০

জয় গোবিন্দ, ৰাম, কৃষ্ণ, হৰি।

গোবিন্দ কৃষ্ণ ৰাম ৰাম ৰাম।
গোবিন্দ গোবিন্দ ৰাম ৰাম।।৯৯১

হে গোবিন্দ, কৃষ্ণ ৰাম, (তোমাক নমস্কাৰ)।

গোবিন্দ মাধব প্ৰাণ বান্ধৱ।
ৰাম কৃষ্ণ হৰি জয়।।৯৯২

হে কৃষ্ণ ৰাম গোবিন্দ, প্ৰাণ বান্ধৱ, মাধব।

## (৯০) মহিমা

হিয়াৰ মাজে নামৰ ভাণ্ডাৰ মুখে বাজ হয়।
ৰাম নামে মাৰণা মানে পাপ কটকৰ ক্ষয়।।৯৯৩

হিয়াৰ মাজত নামৰ ভড়াল, সেয়া মুখেদি বাহিৰ হয়। ৰাম নামে মৰণা মাৰে তাৰ ফলত পাপীৰ পাপ ক্ষয় হয়।

পাপ বিপক্ষক সংহৰি হৰি নামে কলধলি হাসে।
সকল ধৰ্মৰ ওপৰে বসিয়া হৰিৰ নাম প্ৰকাশে।।৯৯৪

হৰিৰ নামৰ বিপক্ষ পাপক পৰাভূত কৰি হৰি নামে খলখলাই হাঁহে। সকলো ধৰ্মৰ শীৰ্ষত হৰিৰ নাম প্ৰকাশে।

মুকুতি সুখক বশ্য কৰি হৰি নামে আনন্দত নাচে।

পুৰুষে সহিতে সখিত্ব কৰিয়া চলয় হৰিৰ কাছে।।৯৯৫

মুক্তি সুখক বশ্য কৰি হৰিনামে আনন্দত নাচে। তাৰ পাছত পুৰুষোত্তমৰ লগত সখিত্ব স্থাপন কৰি তেওঁৰ ওচৰ চাপে — আনন্দ মনে।

আপোন নামৰ মহিমা দেখিয়া হৰিৰ আনন্দ চৰে।
যিটো নাম লয় হৰি তাৰ হয় ই পুনু ৰহস্য বৰে।।৯৯৬

আপোনাৰ নামৰ সাহার্য্য দেখি হৰি হৰষিত হয়। যিয়ে তেওঁৰ নাম লয় সিয়ে তেওঁৰ হয় — তেওঁত আশ্ৰয় পায়।

হৰি গুণ গান ভাবিয়া পুৰুষে ৰহয় হৰিৰ পাশে।
হৰিৰ চৰণ হৃদয়ে ধৰিয়া কহয় মাধৱ দাসে।।৯৯৭

হৰিৰ নাম শ্ৰৱণ কীৰ্তন কৰি তেওঁৰ আশ্ৰয়ত থাকে। হৰিৰ চৰণ হৃদয়ত থাপন কৰি মাধৱ দাসে এই বাণী প্ৰচাৰ কৰিলে।

## (৯১) উপদেশ

এ ভাৱক ভাই ভৱ ভগৱন্ত ভক্তি ভাবে।
ভগৱন্ত ভজিয়া পৰম গতি পাৱে।।৯৯৮

হেৰা ভাই ভগৱানক ভক্তি ভাবে ভজা। আৰু তেওঁক ভক্তি ভাবে ভজি পৰমগতি লাভ কৰা।

ভগৱন্ত নভজি চলয় যম ঠাৱে।
ভগৱন্ত ভকতক যমৰে নধাৱে।।৯৯৯

ভগৱন্তক নভজা সকল যম পুৰিলৈ ধাৱমান হয়। আনহাতে ভগৱানৰ ভক্তৰ ওচৰলৈ যমো নাযায়।

ভগৱন্ত ভজিয়া জনম বাহুৰাৱে।
আন যত সবে মিছা ভক্তিৰ অভাৱে।।১০০০

ভগৱন্তক ভজি সফল জন্ম লাভ কৰিব পাৰি। ভক্তি অভাৱত আন সকলো অসাৰ।

জানিয়া ভজিয়ো ভাই ভগৱন্ত পাৱে।
এহু ৰস মাধৱ মুৰখ মতি গাৱে।।১০০১

ইয়াকে জানি হেৰা ভাই ভগৱন্তৰ চৰণত আশ্ৰয় লোৱা। এই জগতক মুৰুখমতি মাধৱে ক'লে।০৩১০০৬। কাম্বাং

—সমাপ্ত—